CHARAIDEO : A historical novel written by
Sri Troilokya Bhattacharjya and published by
Sahitya-Prakash, Tribune Buildings,
Gauhati—781003, Price Rs. 7·00 only.

প্ৰকাশক :
সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংচ
গুৱাহাটী—৭৮১০০৩

*

প্ৰথম প্ৰকাশ :
ডিচেম্বৰ, ১৯৭৭ চন

*

মূল্য : ৭·০০ (সাত) টকা

*

বেটুপাত :
ত্ৰৈলোক্য দত্ত

*

মুদ্ৰক :
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী—৭৮১০০৩

# উছৰ্গা

॥ আজীৱন শিক্ষকতা কৰি মাত্ৰ সেঁা সিদিনাখন অতীত হৈ যোৱা পূজনীয় পিতাদেও চন্দ্ৰকান্ত ভট্টাচাৰ্য্যদেৱৰ স্মৃতিত ॥

লিখক

## বাট-চ'ৰা

এইচ্ছ্ বাটাৰফিল্ডে তেওঁৰ 'দি হিষ্টৰিকেল নভেল' নামৰ গ্ৰন্থত কৈছে—"দি ওৱৰ্ক অব্ এ হিষ্টৰিয়ান ইজ টু ৰিকন্স্ট্ৰাক্ট দি পাষ্ট্ আউত অব দি দেব্ৰিচ দেট ইজ কাষ্ট্ আপ বাই দি চি ফ্ৰম দি ৱেক্স্ অব কাউন্টলেচ এইজ ।"

অকল ঐতিহাসিকৰেই নহয়, যুগ যুগান্তৰৰ ধ্বংসস্তূপৰ মাজৰ-পৰা মৃত অতীতক উলিয়াই আনি নতুনকৈ সজাই পৰাই তোলাৰ দায়িত্ব ঐতিহাসিক উপন্যাস ৰচকৰো ।

কিন্তু পটভূমি অতীতৰ হ'লেই জানো ঐতিহাসিক উপন্যাস হয় ? স্কট, বঙ্কিমচন্দ্ৰ, ৰজনী বৰদলৈৰপৰা অত্যাধুনিক যুগলৈকে ৰচিত হোৱা সকলো ঐতিহাসিক উপন্যাস আধুনিক যুগত লিখা 'আধুনিক' উপন্যাসহে । আনহাতে পটভূমি যি যুগৰেই নহওক সকলো উপন্যাসৰ মূল লক্ষ্য মানুহ । সীমাৰ ভাগেৰে যিদৰে অনন্ত আকাশখনক ভগাব নোৱাৰি চিৰন্তন মানৱ চৰিত্ৰকো যুগৰ ভাগেৰে ভগাব নোৱাৰি ! শৈশৱ, কৈশোৰ, যৌৱন, প্ৰৌঢ়ত্ব একেটা জীৱনৰে একো একোটা অৱস্থা আৰু অংশ বিশেষ মাথোন । তাৰ সামগ্ৰিক ৰূপটোৱেইহে জীৱন । অতীতৰপৰা বৰ্তমানলৈ পথ-পৰিক্ৰমাৰ হিচাব নলৈ মাত্ৰ বৰ্তমানটোৰেই এজন মানুহক জুখিবলৈ যোৱাটো যিদৰে অবিচাৰ, অতীতক এৰি মাত্ৰ আধুনিক যুগটোৰ বিচাৰ বুদ্ধিৰেই মানুহৰ সমাজখনক জোখাটোও একেদৰেই অবিচাৰ । আমি কিমানদূৰ আগুৱালো নাইবা পিছুৱালো তাৰ ধাৰণা ল'বৰ বাবে, জীৱনৰ ভুলসমূহ সংশোধিত আৰু পৰিমাৰ্জিত কৰি জীৱনক মহিমামণ্ডিত কৰাৰ বাবে অতীত ৰোমন্থনৰ নিতান্ত প্ৰয়োজন ।

১৮৬৪ চনত বঙালী ভাষাত প্ৰথম ৰচিত হোৱা ঐতিহাসিক উপন্যাস এতিয়া সংখ্যাত কেইবাশও । লিখকো অজস্ৰ । ইয়াৰ তুলনাত তাৰ মাত্ৰ দেড়কুৰি বছৰৰ পিছত আৰম্ভ হোৱা অসমীয়া ভাষাৰ ঐতিহাসিক উপন্যাসে শৈশৱৰ দেওনা আজিও পাৰ হ'ব

পৰা নাই । লিখকৰ নাম আঙুলিৰ মূৰতে লেখিব পাৰি । আমাৰ এই দৈন্যতাৰ মূল কাৰণ কি ? সামাজিক উপন্যাসৰ দ্ৰুত বিস্তাৰ, ঐতিহাসিক তথ্যৰ দৈন্য, ইতিহাস চৰ্চাৰ প্ৰতি 'অনিহাই' এযুগত বঙালী ভাষাত সাৰ্থক উপন্যাস সৃষ্টিৰ অন্তৰায় বুলি এজন সমালোচকে মত প্ৰকাশ কৰিছে । অসমীয়া ভাষাৰ ক্ষেত্ৰত ঐতিহাসিক তথ্যৰ দৈন্য নহয়, বুৰঞ্জী চৰ্চাৰ প্ৰতি অসমীয়াৰ 'অনিহাই'হে ইয়াৰ কাৰণ । অসমৰ বুৰঞ্জীৰ পাতত সিচৰতি হৈ পৰি থকা অজস্ৰ উপাদেয় কাহিনীয়ে শক্তিমান অসমীয়া কথাসাহিত্যিকক প্ৰেৰণা নোযোগোৱাটো নিশ্চয় শুভ লক্ষণ নহয় ।

ৰহস্যময় অতীতৰ প্ৰতি লিখকৰ মোহ কৈশোৰৰে । সাধু কথাৰ সোণৰ কাঠি, ৰূপৰ কাঠিৰে চুই কোনোবা ৰাজকুঁৱৰীক জীয়াই তোলাৰ কাহিনীয়ে সেই ৰহস্যময় দেশখনলৈ উৰামাৰি যোৱাৰ এক অদম্য ইচ্ছাৰ সৃষ্টি কৰিছিল । হাতত কলম তুলি ল'ব পৰা হোৱাত সেই ইচ্ছা আৰু বেছি অদম্য হৈ উঠিল ।

শেনটো অহাদি আহি ফেঁচাটো যোৱাদি উভতি যোৱা নবাব মীৰজুমলাৰ কাহিনীটোৱে পঢ়াশলীয়া জীৱনতেই মন চুই গৈছিল । কলেজ ক্ষতি কৰি চোৱা 'ওৱাৰ এণ্ড পিচ' বোলছবিত মস্কোৰপৰা উভতি অহা নেপোলিয়নৰ সৈন্যবাহিনীৰ দুৰ্দশাৰ ছবি দেখি অসম জয় কৰিবলৈ ল'বি অহা নবাব মীৰজুমলাৰ দুৰ্দশালৈ বৰকৈ মনত পৰিছিল । কাহিনীটো গল্পৰ আঁকাৰে কোৱাৰ মানসেৰে ১৯৬৭ চনতে কেইশাৰীমান লিখাও হৈছিল—'মৈদাম', 'দেৱাল', 'ভৈৰৱী দেৱীৰ মন্দিৰ' আদি বুৰঞ্জীমূলক গল্প লিখাৰ সময়তে । কিন্তু মীৰজুমলাক এৰি এসময়ত ধৰা হ'ল 'সাঁচিপাতৰ পুথি'ৰ আনন্দৰাম ঢেকীয়াল ফুকনক । ১৯৬৭-৬৯ চনতে লিখা সেইখন উপন্যাসৰ পাণ্ডুলিপি ১৯৭৩ চনলৈকে কাকত-আলোচনীৰ পূজা-বিহু সংখ্যালৈ পঠাই, প্ৰকাশকৰ দুৱাৰে দুৱাৰে টুকুৰিয়াই ঘূৰি ফুৰি অনেক তিতা-কেঁহা অভিজ্ঞতা সঞ্চয় কৰি কৰি অৱশেষত হতাশ হৈ বুৰঞ্জী প্ৰীতিৰ উহটো বন্ধ হোৱাৰ যেতিয়া উপক্ৰম হ'ল ঠিক সেই সময়তেই "সাহিত্য-প্ৰকাশৰ নতুন লিখকৰ সন্ধানত প্ৰথম উপন্যাস প্ৰতিযোগিতা" হ'ল । বাছনিত উঠাৰ বতৰা পোৱাৰ লগে লগে হীনমন্যতাৰ দোষত ভুগি থাক অস্বস্তিকৰ অৱস্থাৰ পৰিসমাপ্তি ঘটিল ।



বহুজনৰ মৌখিক আৰু লিখিত প্ৰশংসাবাণীয়ে হৃত আত্মবিশ্বাস জগাই তুলিলে । মনত গোপনে সঞ্চিত কৰি থোৱা মীৰজুমলাৰ সেই কাহিনীৰ ৰূপ দিয়াত মনোনিবেশ কৰিবলৈ (১৯৭৩-৭৫) দিলে প্ৰেৰণা ।

বুৰঞ্জীৰ সত্যৰ ওপৰত প্ৰতিস্থাপিত মূল কাহিনীটো কওঁতে বুৰঞ্জীবিদ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ 'মীৰজুমলাৰ অসম আক্ৰমণ', 'ৰমণী গাভৰু', 'আঁতন বুঢ়া গোহাঁই এণ্ড্ হিজ টাইমচ', 'বুৰঞ্জীৰ বাণী' আচাৰ্য্য যদুনাথ চৰকাৰৰ 'মিলিটাৰী হিষ্ট্ৰি অৱ ইণ্ডিয়া', 'ষ্টাদিজ ইন মোগল ইণ্ডিয়া' 'ঔৰঙ্গজীৱ', শ্ৰীবেণুধৰ শৰ্মাদেৱৰ 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী', 'পৰ্বতীয়াফুকনৰ বংশাৱলী' আদি গ্ৰন্থৰ সহায় লোৱা হৈছে । কিন্তু বুৰঞ্জীত সকলো কথাৰ জানো উত্তৰ পোৱা যায় ? য'তেই বুৰঞ্জী নিমাত ত'তেই লিখকে স্বাধীনতাৰ সুযোগ গ্ৰহণ কৰিছে । অপেশ্বৰীৰ অপহৰণ আদিৰ লেখীয়া কাহিনীৰ জন্ম এনেদৰেই ।

এই কথা স্পষ্টকৈ কোৱা নিশ্চয় নিষ্প্ৰয়োজন যে লিখকৰ যিকোনো ঐতিহাসিক, অনৈতিহাসিক ভুল-ভ্ৰান্তিত প্ৰকাশকৰ তিলমানো হাত নাই । বৰঞ্চ সাহিত্য-প্ৰকাশৰ ওচৰত লিখক আজীৱন ঋণী হৈ থাকিব । উপন্যাস প্ৰতিযোগিতা নপতা হ'লে 'সাঁচিপাতৰ পুথি' আজিও ধোঁৱাচাঙতেই থাকিলহেঁতেন । 'চৰাইদেও' আৰু হয়তো নহ'লেইহেঁতেন ।

ত্ৰৈলোক্য ভট্টাচাৰ্য্য
তেজপুৰ

বহুত দিনৰ আগৰ কথা । বহুত দিন ।

আজিৰ এই কঙ্কালসাৰ কলংখন সেই সময়ত আছিল ষোড়শী যুৱতী । পূৰ্ণযৌৱনা গাভৰুৰ দেহৰ দৰে ভৰুণ হৈ আছিল তেতিয়া কলঙৰ দেহ । বয়সে গৰকা বৰলুইতৰ গাম্ভীৰ্য্য নাছিল যদিও কলঙৰ গাত, নাছিল যদিও মেদবহুল বিশালতা, চঞ্চলা-চপলা কলং আছিল দুইপাৰৰ হেজাৰ-বিজাৰ মানুহৰ হৰ্ষ আৰু বিষাদৰ সাক্ষী । কলং আছিল সিহঁতৰ হৃদয়ৰ ধন । জীৱন ।

আজিৰ এই মৃতপ্ৰায় কলংখন প্ৰাণ প্ৰাচুৰ্য্যেৰে ভৰা অতীতৰ সেই জীয়াকলংখনৰ প্ৰেতাত্মা ।

সেইদিনা । কাজলীমুখেৰে জীয়াকলঙত সোমাই উজাই আহিছিল কেইবাখনো বৰ বৰ নাও । প্ৰতিখন নাও আছিল মূল্যৱান সামগ্ৰীৰে ভৰা । মাজত চাৰিখন চ'বা নাৱত ৰাজকীয় পয়োভৰ আৰু গাম্ভীৰ্য্যেৰে আহিছিল সম্ভ্ৰান্ত আৰোহী । আগে-পাছে অহা দুখন হিলৈদাৰী নাৱত আছিল কেইবাটাও হিলৈদাৰ । দলটোৰ প্ৰতিখন নাৱতে দুই তিনিটাকৈ গা-ৰখীয়া টাঙোন ধৰাই হাতে হাতে টাঙোন লৈ অনাগত বিপৰ্য্যয়ৰ বাবে সাজু হৈ আছিল ।

দুপৰ নিশা । চপ্ চপ্ কৈ নাৱৰ বঠা মৰাৰ শব্দৰ বাহিৰে সকলো নিৰৱ । প্ৰথম শীতৰ জাৰজাক বুকুত সাৰটি নিশ্চুপ হৈ পৰি আছে পৃথিৱীখন । দিনটোৰ অন্তহীন দুষ্টামিৰ পিছত যেন এটা দুৰন্ত কিশোৰ লালকাল টোপনিত । সন্ধিয়াৰপৰা জাউৰিয়ে জাউৰিয়ে নামগুণ গাই নাও বাই অহা নাৱৰীয়াজাক কেতিয়াবাই

নিমাত হৈ পৰিল। আৰোহীসকলো ভবটোপনিত। একমাত্র টাঙোনধৰাকেইটাই অভ্যাসবশতঃ হাতত টাঙোন লৈ থাকিয়েই বঠাৰ চাবে চাবে মূৰ লৰাই টোপনিতে ঢুলিছে।

দলটো পোতাকলঙৰ কোঁঠ সাৰি আহিল। সেইখিনিত মৰা সুঁতি এটাৰ সৃষ্টি কৰিছে জীয়াকলঙে। দুই পাৰত তামোল-পাণৰ ভৰা বাৰী আৰু বাঁহ-কাঠৰ গেজেপনি মৰা হাবিৰে বহু গাওঁ। মাজে মাজে ডোবা, বিল, পিতনি আৰু পথাৰ।

হঠাৎ; অলেখ কণ্ঠৰ হাইউৰুমি আৰু কিৰীলিত দলটোৰ সকলো সচকিত হৈ উঠিল। হিলৈদাৰ আৰু টাঙোনধৰাহঁতে খক-মককৈ টোপনি এৰি আসন্ন বিপদৰ বাবে সাজু হ'ল। এন্ধাৰত কি হৈছে ধৰিব নোৱাৰিলেও দেড়কুৰি টাঙোনধৰাই একেলগে প্রত্যুত্তৰ দিলে—"সাৱধান!"

এন্ধাৰ হ'লেও চননি পথাৰৰ মাজত অলপ বেছি দূৰলৈকে মনিব পাৰি। ৰিগিকি-ৰিণিকি দেখা গ'ল কেইবাখনো ডাঙৰ ডাঙৰ নাৱেৰে অন্য এটা দলে আগভেটি ধৰিছে। চৈত বহি আছে ছাঁৰ দৰে ক'লা এজাক দৈত্য।

"কাৰ নাও? কলৈ যায়?" বিপক্ষৰ নাৱৰপৰা পৌৰুষ কণ্ঠেৰে কোনোবা এটাই প্রশ্ন কৰিলে।

"পর্বতীয়া ফুকন ডাঙৰীয়াৰ।" দলটোৰ দলপতিয়ে গম্ভীৰ স্বৰেৰে উত্তৰ দিলে। মাতত প্রকাশ পালে ৰাজকীয় দম্ভ আৰু অহঙ্কাৰ।

'পর্বতীয়া ফুকন' শব্দ দুটাই স্বাভাৱিকতেই সন্ত্রাস সৃষ্টি কৰাৰ বাবে যথেষ্ট। মনথিৰ পর্বতীয়া ফুকনৰ নাম নুশুনা মানুহ সেই সময়ৰ অসমত আছিলেইবা কোন? স্বয়ং স্বৰ্গদেও ঈশ্বৰৰ সোঁহাত পর্বতীয়া ফুকনৰ প্রতাপ আৰু প্রতিপত্তিৰ কাষত নামনি অসমৰ হর্তাকর্তা বিধতা চেংমুন বৰফুকনো হৈ পৰিছিল তুচ্ছ। কিন্তু—



অন্যপক্ষৰ নাৱৰপৰা উদ্ধত স্বৰেৰে উত্তৰ দিলে,—"পর্বতীয়া ফুকনৰেই হওক বা পানী ফুকনৰেই হওক, নাও যাব নোৱাৰে।"

"কিয়?" ৰজাঘৰীয়া দলৰ নেতা নাওশলীয়া বৰুৱাই সুধিলে। ক্রুদ্ধ কণ্ঠেৰে বিপক্ষৰ নাৱৰপৰা পুনৰ উত্তৰ আহিল—

"কাৰ ৰাজ্যত সোমাইছাহি এতিয়াও জানিবলৈ বাকী আছে?"

নাওশলীয়া বৰুৱা এইবাৰ সঁচাকৈয়ে আচৰিত হ'ল। ইমান স্পর্দ্ধা আৰু অহঙ্কাৰ হ'ল কাৰ? কাজলীমুখৰ পৰা কলীয়াবৰলৈ গোটেই অঞ্চল আহোম ৰাজ্যৰ অন্তর্গত। তেনেস্থলত—

নাওশলীয়া বৰুৱাই তেওঁৰ কর্তব্যৰ কথা মুহূর্ততে চিন্তা কৰিলে। চ'ৰানাৱত স্বয়ং পর্বতীয়া ফুকনৰ স্ত্রী আৰু জীয়ৰী আছে। লগত আছে কেইবাজনীও লিগিৰী। তেওঁলোকৰ সন্মান ৰক্ষাৰ উপৰিও বৰনাওকেইখনত থকা পর্বতীয়া ফুকনৰ ব্যক্তিগত সম্পত্তি ৰক্ষাৰ ভাৰো তেওঁৰ ওপৰত।

আগবাঢ়ি গৈ নেথাকি নৈৰ কাষ চপাই নাও ৰখাবলৈ নাৱৰীয়া-হঁতক আদেশ দিলে বৰুৱাই।

ইতিমধ্যে হাই উৰুমি শুনি পর্বতীয়া ফুকনৰ ঘৈণীয়েক আৰু জীয়েক টোপনিৰপৰা সাৰ পাই উঠিছিল। লিগিৰীৰ হতুৱাই চৈৰ বাহিৰত বহি থকা মনবৰ মজিন্দাৰক সোধালে—

"কি হৈছে মজিন্দাৰ? কিহৰ কোঢ়াল?"

"একো ধৰিবপৰা নাই আইদেউতা!" মনবৰ মজিন্দাৰে ক'লে,—"বোধকৰো ডকাইতে নাও আগভেটি ধৰিছে।"

"ডকাইত??" সোণৰূপৰ বনকৰা খাটত শুই অহা আইদেউতা শঙ্কিত হোৱাতকৈও যেন আচৰিত হ'ল। প্ৰবল প্রতাপী পর্বতীয়া ফুকনৰ নাও আগভেটি ধৰিবৰ সাহস সঁচাকৈয়ে হ'ল কাৰ?"

নাওশলীয়া বৰুৱাই অভয় কি ক'লে,—

“আপোনালোক নিৰ্ভয়ে থাকক আইদেউতা! আমাৰ লগত দুকুৰিমান টাঙোনধৰা আৰু হিলৈদাৰ আছে। একো ভয় নাই—”

মুখেৰে ক’লেও নাওশলীয়া বৰুৱাৰ গা কিন্তু চেবালে। ইতি-মধ্যে গম পোৱা গ’ল সম্মুখৰ নৈৰ পানীতেই নহয়, কলঙৰ দুই পাৰতো হাতে হাতে ধেনুকাঁড় আৰু যাঠি লৈ বৈ আছে একুৰিমান মানুহ।

নাওশলীয়া বৰুৱাই মনতে গুণাগথা কৰি মুখ ফুটাই ডাঙৰকৈ ক’লে,—“আমি নাও কাষ চপাই ৰখাইছো, কোনোবাই যদি কথা পাতিব খোজে আহিব পাৰে।”

শুনাৰ লগে লগে মাজপানীত বৈ থকা বিপক্ষৰ নাওকেইখন তীৰবেগেৰে কাষ চাপি আহিল। কিন্তু ওচৰ আহি পোৱাৰ আগতেই হঠাৎ নাওশলীয়া বৰুৱাই বিশ্বাস ভঙ্গ কৰি নিজৰ সৈন্যক যুঁজৰ আদেশ দিলে। মুহূৰ্ততে কেইবাটাও হিলৈ গৰজি উঠিল। হাতে হাতে দা-টাঙোন লৈ সাজু হৈ থকা টাঙোনধৰাহঁতে কাষ চাপি অহা নাৱৰ আৰোহীক অতৰ্কিতে আক্ৰমণ কৰিলে। কিন্তু বেছি সময় শত্ৰুক বাধা দি সিহঁতে ৰাখিব নোৱাৰিলে। বিশ্বাসভঙ্গৰ আশঙ্কা কৰি বিপক্ষৰ দল হয়তো সষ্টমহে আহিছিল; বাধা পোৱাৰ লগে লগে নেগুৰ কটা বাঘৰ দৰে সিহঁত গুজৰি উঠিল নাওশলীয়া বৰুৱাৰ হিলৈদাৰী সৈন্যৰ হিলৈ বিশেষ একো কামত নাহিল। দুই এজাঁই হিলৈ ফুটাৰ পিছতেই টোপাকাঁড় অহাদি শত্ৰুৰ নাও আহি খুন্দিয়াই হিলৈদাৰী নাওকেইখন ডুবাই দিলে আৰু যাকে য’তে পালে ঘাইল কৰিবলৈ ধৰিলে। মুহূৰ্ততে কলঙৰ পানী মানুহৰ তেজেৰে ৰাঙলী হৈ গ’ল।

চ’ৰা নাৱত স্বয়ং পৰ্বতীয়া ফুকনৰ গাৰখীয়া ফটিক আৰু কলীয়া আছিল। দাৰে ঘপিয়াই আৰু ৰাইদাঙেৰে কোবাই সিহঁত দুটাই কেইবাটাও ডকাইত মাৰিলে। কিন্তু কাকতি ফৰিঙৰ দৰে জাক-



পাতি অহা এপাল মানুহক সিহঁত দুটাই কিমান সময় ভেটিব? ৰাইদাং ঘূৰাই ঘূৰাই কলীয়া অৱশহে পৰিল। এসময়ত কোনোবা এফালৰ পৰা এডাল শেল আহি জোৰেৰে তাক বুকুৰে পিঠিয়ে শালি পেলালে। ক্ষন্তেকৰ পিছতে ফটিকৰো মৰণকাতৰ চিঞৰে ৰাতিৰ আকাশ বিদীৰ্ণ কৰি তুলিলে।

লগে লগে সকলো নিৰৱ হৈ গ’ল। নাৱৰীয়াজাক যেনিতেনি পলাই গ’ল, নাইবা কটা গ’ল। জীয়াই থাকিল নাওশলীয়া বৰুৱা, মনবৰ মজিন্দাৰ আৰু লিগিৰীকেইজনীৰে সৈতে তিৰোতা দুগৰাকী। ডকাইতৰ দলে নাৱৰ ভিতৰতে তেওঁলোকক বন্দী কৰি থ’লে।

অলপ পিছত কেইবাটাও ডকাইতে সিহঁতৰ ছৰ্দাৰক চ’ৰা নাৱলৈ আগবঢ়াই লৈ আহিল। সকলোৱে দেখি আচৰিত হ’ল, ডকাইতৰ ঠাইত সম্ভ্ৰান্ত বংশৰ যেন লগা ওখ-পাখ বলিষ্ঠ এটা ডেকা ল’ৰা। শুৱনি মুখখনক জোঙা নাকটোৱে আৰু বেছি ধুনীয়া কৰি তুলিছে। দুই কান্ধৰ ওপৰত পৰি থকা একোছা ক’লা বাবৰি চুলি। মূৰত কুসুম বুলিয়া পাটৰ পাগ। পিন্ধনত মুগাৰ চুৰীয়া আৰু এঙাচোলা! কঁকালত আঁটি আঁটি বন্ধা টঙালিৰপৰা ওলমি আছে ৰূপৰ খাপৰ ভিতৰত মেচী-দা।

নাৱৰ ভিতৰত থকা তিৰোতাকেইগৰাকীৰ গাত চকু থ’লে ডকাইতৰ ছৰ্দাৰে। প্ৰথমেই চকুত পৰিল মনবৰ মজিন্দাৰৰ পাছ-ফালে ভয়ত ঠক্‌ঠক্ কৰি কঁপি থকা পৰ্বতীয়া ফুকনৰ গাভৰু জীয়েক অপেশ্বৰী আইদেওৰ ওপৰত। একাষত পৰিপাটিকৈ পাৰি থোৱা খাটৰ ওপৰত বহি আছে পৰ্বতীয়া ফুকনৰ স্ত্ৰী।

ডকাইতৰ ছৰ্দাৰৰ চকু ছাৎ মাৰি ধৰিলে—হীৰা-মণি-মুকুতাৰে যেন গিলিপ খুৱাই থ’ব খুজিছে পৰ্বতীয়া ফুকনে জীয়েক আৰু ঘৈণীয়েকক। কিংখাপৰ মেখেলা, আঁচুৰলীয়া ৰিহা আৰু গোমচেঙৰ

চোলাৰে জীয়েকজনী যেন সাইলাখ স্বৰ্গৰ অপেশ্বৰী। চকলাকৈ মুখখনত তিলফুলৰ দৰে জোঙা এটা নাক আৰু পাভমাছৰ দৰে এযোৰ চকু। ডিঙিত কাঁচিজোনৰ আহিত মীনা কৰা জোনবিৰি আৰু পাণপতীয়া ডুগডুগী। হাতত হীৰাখটোৰা খচকুৰা খাৰু। দুইকাণত পনীয়লী বাখৰ খটোৱা কেৰু। দুইহাতৰ চাবিটাকৈ আঙুলিত হৰিণ চকুৰা আৰু পদুমকলি আঙঠি। ভৰিৰ পতাত লিপিত খাই আছে ছটিয়া হাঁড়ৰ পাজোপ। গলধনত পৰাকৈ বন্ধা কলডিলীয়া খোপাৰ ওপৰত গুজা আছে হাতী দাঁতৰ লং।

ডকাইতৰ ছৰ্দাৰৰ চকুহাল কেইবাটাও মুহূৰ্তলৈ ডকাইতি কৰি পোৱা এই মহামূল্যৱান সম্পদটিৰ ওপৰতেই নিবিষ্ট হৈ থাকিল। এসময়ত মনবৰ মজিন্দাৰৰ মুখৰ ওপৰলৈ চকু ঘূৰাই নি হাঁহো-হাঁহো কৰি সুধিলে,—

"এখেতসকলক কোন বুলি কৈছিল ?"

"পৰ্বতীয়া ফুকন দেউতাৰ পত্নী আৰু জী।" মনবৰ মজিন্দাৰে কঙ-নকঙকৈ ক'লে।

"হয় নেকি? আয়ৈ দেহী!" কৃত্ৰিম দুখ আৰু সহানুভূতি প্ৰদৰ্শন কৰি উচ্চাৰণ কৰিলে ছৰ্দাৰে আৰু ফুকননীৰ অত্যধিক গম্ভীৰ মুখ-খনলৈ চাই ভাৱস্তিৰে সুধিলে—"দুপৰ নিশা ইমান কষ্ট কৰি আপোনালোক যায় ক'লৈ আইচুদেউতা? বন্দীৰ প'জাতে—"

নিৰুপায় ক্ৰোধত ফুলি উঠা ফুকননীৰ মুখত চকু থৈ হঠাৎ হো-হোকৈ হাঁহি দিলে ডকাইতৰ ছৰ্দাৰে আৰু ক'লে,—"আইচু-দেউতাই হয়তো বন্দীক চিনি পোৱা নাই। এই অধম পৰ্বতীয়া ফুকন দেউতাৰ 'নিকিনা গোলাম'—ভোটাই ডেকা।"

হঠাৎ ফুকননীয়ে মূৰ তুলি চালে। খঙত টিঙিৰী তুলা হৈ দুগুণে জ্বলি উঠিল তেওঁ। ভোটাই ডেকাৰ নাম নুশুনাৰ কাৰণ নাই। দুৰ্দান্ত আৰু দুৰ্দ্ধৰ্ষ ভোটাই ডেকাই ইতিমধ্যে গুৰু-গোসাই কাকো



নমনা হৈ উঠিছে। কেইদিনমানৰ আগতেও স্বয়ং পৰ্বতীয়া ফুকনৰ আদেশ অমান্য কৰি কৈ পঠাইছে,—"পৰ্বতীয়া ফুকনৰ 'নিকিনা গোলাম' মই নহয়। কিবা ক'ব লগা থাকিলে স্বৰ্গদেৱে নিজে ক'ব মোক। ভোটাই ডেকাক চিনি পাবলৈ পৰ্বতীয়া ফুকনৰ এতিয়াও বহুত বাকী।"

মনত পৰাৰ লগে লগে ফুকননীয়ে ঘৃণাসূচক স্বৰেৰে তাচ্ছিল্য কৰি কৈ উঠিল,—"পৰ্বতীয়া ফুকনৰ নাও আক্ৰমণ কৰিবলৈ সামান্য শইকীয়া এটাৰ ইমান সাহস হ'ল কেনেকৈ?"

ভোটাই ডেকাৰ চকু হাল দপ্ কৰে দুকুৰা জুই হৈ জ্বলি উঠিল. দুই ওঁঠত ইমান পৰে লাগি থকা হাঁহিটো হঠাৎ মাৰ গ'ল। ক্ৰুদ্ধ হৈ উঠিল মুখ। প্ৰচণ্ড বিদ্ৰূপ কৰি ক'লে,—

"পৰ্বতীয়া ফুকনো এদিন এটা সামান্য মানুহহে আছিল আই-দেউতা! অন্যে নেজানিলেও ভোটাই ডেকাই জানে খহুৱা গোঁহাইক শিঙৰীঘৰত তুলি এদিন তেওঁ হৈছিল ভঁড়ালী বৰুৱা। হাতীমাউতৰ ঘৈণীয়েকক পৰ্বতীয়া কুঁৱৰী পাতি দি তেওঁ হ'ল পৰ্বতীয়া ফুকন।" চকুৰ জ্বলন্ত দৃষ্টি ফুকননীৰ মুখৰ ওপৰত থাপি, ভোটাই ডেকাই খঙত জ্বলিপকি ক'লে,—"সামান্য শইকীয়া এটাৰ সাহস কিমান আপোনালোকে এতিয়াও ধাৰণা কৰিব পৰা নাই? তেন্তে চাওক—"

ভোটাই ডেকাই সোঁহাতেৰে পাছফালে ৰৈ থকা কাৰোবাক ইঙ্গিত দিলে। লগে লগে আগবাঢ়ি আহিল দৈত্যকায় এটা মানুহ। ক'লা আৰু মেদেলা দেহ। প্ৰথম শীতৰ মাজনিশাৰ জাৰতো গাত আঁটি আঁটি পিন্ধা চুৰিয়াখনৰ বাহিৰে একো নাই। গলধনৰ কাষত চুটিকৈ কটা একোছা পাহ কটা চুলি। ডিঙিত এধাৰ বঙা ক'লা পোৱাল মণি। হাতত ৰাইডাং।

তাৰফালে এবাৰ চাই ভোটাই ডেকাই পুনৰ ক'লে,—

"আপোনালোক সকলোকে বন্দী কৰি থোৱাৰ মোৰ অকণো ইচ্ছা নাই । একমাত্ৰ পৰ্বতীয়া ফুকন দেৱতাৰ মৰমৰ জীয়েকক—"

অভাৱনীয় বিপৰ্য্যয়ৰ আগজাননী পাই, চক খাই উঠিল ফুকননী । খঙৰ ঠাইত চকুৰে মুখে তেওঁৰ অসহায় ভাব ফুটিল ।

ভ্ৰূকুটিৰ হাঁহি মাৰি ভোটাই ডেকাই ক'লে,—

"ভয় নাই আইচুদেউতা। সামান্য শইকীয়া হ'লেও পৰ্বতীয়া ফুকনৰ জীয়েকৰ সন্মান ৰক্ষা কৰাৰ সামৰ্থ্য ভোটাই ডেকাৰ আছে।

বন্দী নাওশলীয়া বৰুৱাৰ মুখামুখীকৈ ভোটাই ডেকা ঠিয় হ'লগৈ। ভবিৰপৰা মূৰলৈ ক্ৰুদ্ধভাৱে কেইবাবাৰো চাই ক'লে,—
"তোমাৰ দৰে অপদাৰ্থ চিকা এটা মাৰি ভোটাই ডেকাই হাত গোন্ধোৱাব নোখোজে । স্বৰ্গদেৱক ক'বাগৈ, স্বৰ্গদেৱক মাত্ৰ টঙচু সন্দিকৈয়েই ফাঁকি দিয়া নাই, তেখেতৰ টেমেকা মনথিৰ পৰ্বতীয়া ফুকনেও দিছে। বেজদলৈৰ পুতেকক মূৰৰ ওপৰত তুলি স্বৰ্গদেৱে আৰু যেন ননচুৱায় ।"

ভোটাই ডেকা ডুখোজমান আগবাঢ়ি গ'ল আৰু হঠাৎ পৰ্বতীয়া ফুকনৰ পত্নীৰ ভৰিৰ কাষত আঁঠু লৈ ভাৰস্তিৰে ক'লে,— "ফুকন দেৱতাই দহখন ৰবনাৰত বোজাই কৰি ঘৰলৈ পঠোৱা সকলো সম্পত্তি, সোণ-ৰূপ, হীৰা-মুকুতা, তেখেতৰ মৰমৰ জীয়েকৰ যৌতুক বুলি মই গ্ৰহণ কৰিলো আইচুদেউতা ! টঙচু সন্দিকৈৰ দৰে তেখেতেওযে স্বৰ্গদেৱক আঁৰ কৰি সম্পত্তি আত্মসাৎ কৰিছে, ই হ'ব তাৰ প্ৰমাণ ।"

মনবৰ মজিন্দাৰৰ শুকান মুখত চকু থৈ মুখ টিপি হাঁহিলে ভোটাই ডেকাই আৰু ক'লে,—

"পৰ্বতীয়া ফুকন দেৱতাই তোমাৰ হাতত স্বৰ্গদেও ঈশ্বৰলৈ দি পঠোৱা গোপন বতৰাৰ হাতনি পেৰাটো এতিয়া মোৰ হাততে



থাকক মজিন্দাৰ। কিবা যদি ক'ব লগা হয়, মই নিজেই স্বৰ্গদেৱক ক'ম। ভয় নাই ।"

আঁতৰি যাব খুজি, একাষত আদেশৰ বাবে বাটচাই ৰৈ থকা গা-ৰখীয়া ৰঘুক নিৰ্দেশ দিলে ভোটায়ে—

"আঘোণা তামুলীক ক আইদেউতাক অসন্মানে কলিয়াবৰত আগবঢ়াই থোৱাৰ ব্যৱস্থা কৰি দিয়ক ।"

সেইসময়ত ভোটাই ডেকা আছিল নগাৱঁৰ উঠি ৰজা ।

মোগলৰ সঘন আক্ৰমণত ঠেকুছিগা কামৰূপৰ কথা বাদ দিলে আহোম ৰাজ্যৰ পশ্চিম সীমা প্ৰকৃততে তেতিয়া নগাওঁ। নগাৱঁৰ দক্ষিণে কছাৰী ৰাজ্য, দক্ষিণ-পশ্চিমে জয়ন্তীয়া, উত্তৰ-পশ্চিমে মায়ং, গোভা, তেতেলীয়া আদি সৰুসুৰা থলুৱা ৰজাৰ ৰাজ্য । আহোম ৰজাৰ বিষয়া ভোটাই ডেকা আছিল সেই সময়ত সঘনে অত্যাচাৰ-উপদ্ৰৱ চলি থকা অঞ্চলটোৰ সীমাৰখীয়া ।

এই সময়তে মোগল ফৌজদাৰ মীৰ্জা নাথুলাক খেদাই আহোম সেনাপতি টঙচু সন্দিকৈয়ে গুৱাহাটী পুনৰ অধিকাৰ কৰিলে । মোমাই তামুলী বৰবৰুৱাৰ ভায়েক বাতুলী ফুকনে পিক্‌চাই চেতীয়া ফুকনৰ সৈতে লগলাগি মোগল সৈন্যক মানাহ নৈৰ সিপাৰ কৰি খেদি পঠালে আৰু হাতীচলা-বৰিতলালৈকে গোটেই অঞ্চল আহোম ৰাজ্যৰ ভিতৰুৱা কৰি লৈ কোঁঠ মাৰিলে ।

গুৱাহাটী অধিকাৰ কৰি লওঁতে মোগলৰ অলেখ সম্পত্তি অসমীয়া সৈন্যৰ হাতত পৰিছিল । দিন যোৱাৰ লগে লগে গম

পোৰা গ'ল সেনাপতি টঙচু সন্দিকৈয়ে বহুত সম্পত্তি ৰাজভঁৰালত জমা নিদি, আত্মসাৎ কৰিলে। তাৰ বিচাৰৰ বাবে বেজদলৈৰ পুতেক মনথিৰ ভঁৰালী বৰুৱাক পৰ্বতীয়া ফুকন পাতি স্বৰ্গদেও ঈশ্বৰে বৰফুকনৰ দোপদৰলৈ পঠালে। স্বৰ্গদেওৰ লাই পাই মদগৰ্বী পৰ্বতীয়া ফুকন গপত গঙ্গাটোপ হোৱা দি হ'ল। বৰফুকনৰ আয়-মেৰে দোপদৰত হাতীদাঁতৰ খুৰাৰ চক্পীৰাত বহি দোষী-নিৰ্দোষী সকলোৰে ওপৰত বিচাৰৰ নামত তেওঁ অত্যাচাৰ আৰম্ভ কৰিলে। বৰফুকনে স্বৰ্গদেৱক জনোৱাত স্বৰ্গদেৱে উত্তৰ দিলে,—"পৰ্বতীয়া ফুকনক বিচাৰ কৰি দণ্ড বিহিবলৈ ৰাজআজ্ঞা দি পঠোৱা হৈছে। দোষ পাইছে যদি দণ্ড বিহিবই। বৰফুকনে তাত মাত নমতাই ভাল।"

পৰ্বতীয়া ফুকন আৰু বেছি উদণ্ড হৈ উঠিল। বৰফুকন নামত মাত্ৰ বৰফুকন হৈ থাকিল! নামনি অসমৰ হৰ্তাকৰ্তা বিধতা হ'ল স্বৰ্গদেও ঈশ্বৰৰ সোঁহাত মনথিৰ পৰ্বতীয়া ফুকন।

ইমান দিনে বৰফুকনে দি অহা আশ্বাস আৰু সন্মান পৰ্বতীয়া ফুকনে ভোটাই ডেকাক দিব নুখুজিলে। তেওঁৰ ধাৰণা হ'ল—যিমানেই নহওক ভোটাই ডেকা সামান্য এটা শইকীয়াহে, ফুকন-ৰাজখোৱা নহয়।

ভোটাই ডেকা ভিতৰি-ভিতৰি খঙত জ্বলি উঠিল। ফলত অপমানিত আৰু অসন্তুষ্ট হৈ উঠা বৰফুকনৰ লগত তেওঁৰ সম্বন্ধ আৰু বেছি গাঢ় হ'ল।

চোৰাংচোৱাৰপৰা ভোটাই ডেকাই আগতীয়াকৈ পৰ্বতীয়া ফুকনৰ দলটো অহাৰ গম পাইছিল। বৰফুকনৰ দৰে তেওঁ সন্দেহ কৰিছিল তেওঁলোকৰ বিৰুদ্ধে ওজৰ-আপত্তি দৰ্শাই পৰ্বতীয়া ফুকনে মজিন্দাৰৰ হাতত স্বৰ্গদেৱলৈ হয়তো গোপন চিঠি পঠাইছে। চিঠিখন চলেবলে কৌশলে হস্তগত কৰাটোৱেই আছিল ভোটাই ডেকাৰ



উদ্দেশ্য। কিন্তু ঘটনাৰ পাকচক্ৰই হঠাৎ তাৰ ৰূপ সলাই পেলালে। পৰ্বতীয়া ফুকনৰ পত্নীয়ে দম্ভালি কৰি মুখৰ আগত কোৱা 'সামান্য শইকীয়া' শব্দ দুটাই পৰ্বতীয়া ফুকনৰ ওপৰত থকা আক্ৰোশৰ জুইত যেন ঘিউ ঢালি দিলে। তাৰ উপৰি পৰ্বতীয়া ফুকনৰ গাভৰু জীয়েক অপেশ্বৰীক দেখা পাই ভোটাই যেন অধৈৰ্য্য হৈ উঠিল। মনৰ ভিতৰত হঠাৎ খেলাই গ'ল,—চলেবলে কৌশলে যদি পৰ্বতীয়া ফুকনৰ জোঁৱাই হব পাৰি তেনেহ'লে তেওঁৰ আভিজাত্য আৰু প্ৰতিপত্তি আৰু বেছিকৈ বাঢ়িব। খোজাবঢ়া কৰি পৰ্বতীয়া ফুকনৰ জীয়েকক বিয়া কৰোৱাৰ কথা ভাবিব নোৱাৰি। একেটা কলিতা কূলৰে হ'লেও 'সামান্য শইকীয়া' এটালৈ মদগৰ্বী ফুকনে জীয়েকক বিয়া নিদিয়ে। ফুকননীৰ ঘৃণা সূচক মন্তব্যই যেন সেই কথা আৰু বেছি পৰিষ্কাৰ কৰি তুলিলে। অদম্য ইচ্ছা শক্তিৰ বশ হৈ পৰিল ভোটাই। যি হয় পিছত হ'ব, পৰ্বতীয়া ফুকনৰ জীয়েকক সি জোৰ কৰি হ'লেও ৰাখিবই।

নিজৰ টোললৈ উভতি আহিল ভোটাই। অন্য কথা ভবাৰ আগতেই কলিয়াবৰলৈ মানুহ পঠাই লৰালৰিকৈ বৰফুকনক বতৰাটো দিয়াৰ ব্যৱস্থা কৰিলে। ঘটনাটো আদ্যোপান্ত বৰ্ণাই কৈ পঠালে, বৰফুকন ডাঙৰীয়া যেন নিশ্চিন্তে থাকে। তেখেতৰ নাম ঘূণাক্ষৰেও ইয়াৰ লগত জড়িত হোৱা নাই। ঘটনাৰ জটিলতা বাঢ়িলেও, ভোটায়ে নিজেই তাক চম্ভালিব। মাত্ৰ বৰফুকন ডাঙৰীয়াৰ ওচৰত মিনতি, তেখেতৰ সমস্ত শক্তিৰে, বুদ্ধি পৰামৰ্শ আৰু ক্ষমতাৰে স্বৰ্গদেও ঈশ্বৰৰ দায়ত পৰাৰপৰা ভোটাইক যেন আবৰি ৰখাৰ চেষ্টা কৰে।

মনবৰ মজিন্দাৰৰ পৰা হস্তগত কৰা পৰ্বতীয়া ফুকনৰ চিঠিখন ভোটায়ে লগত দি পঠালে। আচৰিত কথা, সন্দেহ কৰাৰ দৰেই পৰ্বতীয়া ফুকনৰ চিঠিত তেওঁলোক দুইজনৰ বিৰুদ্ধে অভিযোগ কৰা

হৈছে। বৰফুকনৰ অযোগ্যতাৰ প্ৰমাণ স্বৰূপে অলেখ উদাহৰণ দি কৈছে, তেওঁক সোনকালে দোপদৰৰপৰা আঁতৰোৱাৰ কথা ভবাহে ভাল হ'ব। নহ'লে ভোটাই ডেকাৰ লগত যিদৰে ঘনিষ্ঠ হৈ উঠিছে, স্বৰ্গদেৱলৈকে ভয়।

সকলো ব্যৱস্থা কৰি উভতি আহোতে প্ৰায় পুঁৱতী নিশা হ'ল। লুটি লোৱা মাল বস্তুবিলাকৰ সৈতে পৰ্বতীয়া ফুকনৰ জীয়েকক ভিতৰ চ'ৰাৰ কোঠা এটাত আৱদ্ধ কৰি ৰখা হৈছিল। দুৱাৰ বন্ধ কৰি টাঙোনধৰা দুটাই পহৰা দি আছে। গৰাকী অহা দেখি সম্ভ্ৰমেৰে সিহঁত আঁতৰি গ'ল।

দুৱাৰ দলিত ভৰি দিয়েই ভোটায়ে শুনিলে কোঠাৰ ভিতৰৰ পৰা আহিছে স্ত্ৰীকণ্ঠৰ কান্দোনৰ ঢৌ। নিষ্ঠুৰ চিকাৰীৰ হাতত বন্দী হোৱা হৰিণীৰ কান্দোন।

দুৱাৰখন মেল খোৱাৰ লগে লগে দেখিলে মজিয়াত উবুৰি খাই পৰি আছে অপেশ্বৰী। কান্দোনৰ ঢৌত ঘনে ঘনে কঁপি উঠিছে দেহ।

অপেশ্বৰীৰ অৱস্থা দেখি যেন দয়া উপজিল ভোটাই ডেকাৰ। ওচৰ চাপি গৈ গাৰ কাষত বহি আলফুলকৈ পিঠিৰ ওপৰত হাত থলে। লগে লগে চক্ খাই উঠিল অপেশ্বৰী। এটা যেন ক্ৰোধান্ধ ফেঁটিসাপে ফেঁট তুলি খুঁটিবলৈ উদ্যত হ'ল। দুই চকুৰে দুকুৰা জুই বৰ্ষণ কৰি ভোটাই ডেকাক ভস্ম কৰি পেলাব খুজিলে। অতৰ্কিতে আঁঠু কঢ়াৰ পৰা থিয় হ'ল অপেশ্বৰী। মেল খাই থকা দুৱাৰখনেৰে বাহিৰ ওলাই গুচি যাব খুজিলে। পলকতে দুৱাৰ মুখলৈ দুখোজ পিচুৱাই গৈ আগভেটি ধৰিলে ভোটায়ে আৰু হাতত থাপ মাৰি ধৰি আঁতৰি যাব খোজা অপেশ্বৰীক জোৰেৰে টান মাৰিলে। নিজক চম্ভালিব নোৱাৰি ভোটাইৰ গাৰ ওপৰত উবুৰি খাই পৰিলহি অপেশ্বৰী। লগে লগে দুই হাতেৰে বুকুৰ



মাজত জোৰেৰে সাবটি ধৰিলে ভোটায়ে আৰু পৰম আক্ৰোশেৰে আঁচুৰি কামুৰি এৰাই যাব খোজা অপেশ্বৰীৰ মঙহাল দেহটো বুকুৰ ওপৰত জোৰেৰে হেচি ধৰি থাকিল। বহুত সময়। এটা যেন পাখিলাহী পখিলা, ভাঙি-মুচৰি নিশ্চিহ্ন কৰি পেলাব।

বলিষ্ঠ ভোটাই ডেকাৰ বাহু বন্ধনৰপৰা মুক্ত হোৱাৰ চেষ্টা কৰি কৰি ভাগৰি পৰিল অপেশ্বৰী। এসময়ত তেওঁৰ ধাৰণা হ'ল, ঢেকীয়াপতীয়া বাঘৰ গড়ালত আহি নিৰীহ ছাগৰ দৰে তেওঁ বন্দী হৈছে। বিদ্ৰোহ কৰি আৰু একো লাভ নাই। বাঘচোঙৰপৰা বাহিৰ ওলাই যোৱাৰ পথ চিৰদিনলৈ তেওঁৰ বন্ধ হৈ গ'ল।

পিছদিনা পুৱা। বেলিৰ পোহৰ আহি চকুৰে মুখে পৰাত সাৰ পালে অপেশ্বৰীয়ে। আগৰাতিৰ কথা মনলৈ অহাৰ লগে লগে হৃদয় তোলপাৰ কৰি উঠিল। নিজৰ অসহায় অৱস্থাৰ কথা মনত পৰাত ভাব হ'ল ইমান দিনে এটা যেন সপোন দেখি আছিল অপেশ্বৰীয়ে। সপোনতেই যেন এদিন তেওঁ পৰ্বতীয়া ফুকনৰ জীয়েক হৈছিল। ডাঙৰ-দীঘল হৈছিল অভাৱনীয় সুখ আৰু সুবিধাৰ মাজত। গুৱাহাটীৰপৰা কলিয়াবৰলৈ আহোতে—

নিচেই কাষত মানুহৰ মাত শুনি চকু মেলি চাই দেখিলে অপেশ্বৰীয়ে, কোঠাৰ ভিতৰ দুৱাৰমুখত থিয় হৈ আছে এগৰাকী তিৰোতা। দেহত শুধ বগা বিধবাৰ সাজ। খৰালিৰ লুইতৰ পাৰৰ দৰে উকা কপালখনত কণমান বগা এটা চন্দনৰ ফোঁট। এইমাত্ৰ গা-ধুই পৱিত্ৰ হৈ পূজা-সেৱাৰ ব্যৱস্থা কৰিবলৈ যেন আহিছে মন্দিৰলৈ।

মুখখনত চকুপৰাৰ লগে লগে চমকি উঠিল অপেশ্বৰী। ক্ষন্তেকৰ বাবে হ'লেও নিজৰ দুৰ্ভাগ্যৰ কথা পাহৰি গ'ল। অপেশ্বৰীতকৈও দুবছৰমানৰ সৰু হ'ব বিধৱাজনী। হয়তো পোন্ধৰ বছৰো পূৰ থোৱা নাই বয়স। বাৰিষাৰ ভৰা লুইতৰ দৰে ওফান্দি উঠিব

খোজা যৌৱনৰ ওপৰত জোৰ কৰি টানি দিব খুজিছে বৈধব্যৰ আঁৰ কাপোৰ।

কণমান মৰম লগা মুখখনত লিপিট খাই থকা অদ্ভুত বেদনা লক্ষ্য কৰি ক্ৰুদ্ধ হৈ উঠিব খোজা অপেশ্বৰীয়ে নিজক সংযত কৰিলে। বিষাদৰ এই প্ৰতিমূৰ্তিক মাত্ৰ যেন পুতৌ কৰিব পাৰি, ভাল পাব পাৰি, খং কৰিব নোৱাৰি।

মজিয়াত পৰি থকা অপেশ্বৰীক অনুৰোধ কৰিলে বিধৰাই,— "সেমেকা মাটিখনৰপৰা উঠি আহা বৌ। অসুখ কৰিব নহয়।"

মৰমৰ বৌ সম্বোধনটোৱে এক অদ্ভুত শিহৰণৰ সৃষ্টি কৰিলে অপেশ্বৰীৰ হৃদয়ত। মাত্ৰ এটা শব্দত জীয়ৰীৰপৰা হঠাৎ যেন বোৱাৰী হৈ গ'ল অপেশ্বৰী।

দুদিনমানৰ ভিতৰতে লাহৰী নামৰ সেই বালিকা বিধৰাজনী অপেশ্বৰীৰ পৰম বন্ধু হৈ উঠিল। দিনটোৰ সৰহখিনি সময় লাহৰী থাকে অপেশ্বৰীৰ কাষত। লাহৰীৰ সঘন আৰু অবাধ অহা-যোৱাৰ মাজতে নিজক পাহৰি থকাৰ একমাত্ৰ থল হৈ উঠিল অপেশ্বৰীৰ। লাহৰী যেতিয়া কাষত নেথাকে, অপেশ্বৰীৰ এনে লাগে যেন সাধু-কথাৰ কোনোবা এজনী ৰাজকুঁৱৰীক কোনোবা দৈত্যই পলুৱাই আনি এক অজান মায়াপুৰীত বন্দী কৰি থৈছে। ভিতৰ চ'ৰাৰ মাত্ৰ দুটা কোঁঠাৰ বাহিৰে সেই মায়াপুৰীৰ ক'ত কি আছে অপেশ্বৰীয়ে একোকে নাজানে! গোবৰ মাটিৰে লিপা বাঁহৰ হলাৰ বেৰৰ জলঙাইদি নিতৌ পুৱা সোমায়হি বেলিৰ পোহৰ। অনুমান কৰিব পাৰি সেইফালেই আছে এখন বহল চোতাল। অলপ দূৰত কেই-



জোপামান তামোল গছ। তাত বাঁহ বান্ধি আছে এজাক টোকোৰা চৰাই। সিহঁতেই যেন পুৱা আৰু সন্ধ্যা হোৱাৰ বতৰা আনি দিয়ে অপেশ্বৰীক। কোনো কোনো সময়ত সেই ফালৰপৰাই আহে শঙ্খ আৰু ঘণ্টাৰ শব্দ। ওচৰতে কোনোবা এঠাইত হয়তো দেৱালয় আছে।

প্ৰতিপত্তি বাঢ়ি অহাৰ লগে লগে অঞ্চলৰ কোঁচ, কছাৰী, মটক আদি মানুহখিনিৰ সৈতে লগ লাগি ভোটাই ডেকাই মহা-পয়োভৰেৰে দেৱী মহামায়াৰ পূজা আৰম্ভ কৰিছিল। সেই বছৰৰ বিপুল আয়োজনে আগৰ কেইবছৰৰ সকলো জাকজমকতাক যেন চেৰ পেলালে।

ইতিমধ্যে বুঢ়া বজাৰ দিনত ভটিয়াপাৰত থাকিবলৈ দিয়া সুদক্ষ খনিকৰৰ হতুৱাই মহিষমৰ্দিনী দুৰ্গাদেৱীৰ মৃন্ময় মূৰ্তি গঢ়োৱা হৈছে। প্ৰতিস্থা কৰিবলৈ আমন্ত্ৰণ কৰি অনা হৈছে কামৰূপ-কামাখ্যাৰ বিখ্যাত তান্ত্ৰিক পৰমানন্দ ব্ৰহ্মচাৰীক।

পূজাৰ কেইদিন পুতলা নাচ আৰু ওজাপালিৰ ব্যৱস্থা কৰা হৈছে। দৰঙীৰজাৰ দেশৰপৰা আহিব দেওধনি ৰাধিকা আৰু মাৰৈ পূজাৰ ওজা চণ্ডীবৰ। চণ্ডীবৰ ওজাৰ শুকনান্নীৰ পাঁচালি শুনিবলৈ অঞ্চলৰ সকলো মানুহ উন্মুখ হৈ আছে।

"শুকনান্নী মানে" অপেশ্বৰীয়ে লাহৰীক সুধিলে।

লাহৰী আচৰিত হ'ল। কোনোবাই যে শুকনান্নী শব্দটোকেই আজিও শুনা নাই তাইৰ ধাৰণা নাছিল। বিদ্ৰূপ কৰাৰ সুৰত ক'লে,—"সুকবি নাৰায়নী বেঙী! বেউলা-লখীন্দাৰৰ পাঁচালি তুমি আগতে শুনা নাই?"

অপেশ্বৰীয়ে মূৰটো অলপ অলপকৈ লৰাই ক'লে,—"ওহো।"

"তেন্তেনো আৰু কি শুনিছা?" লাহৰীয়ে ঠাট্টা কৰিলে,— "বোলো গাভৰু হ'লা ক'ত? বৰপেৰাৰ ভিতৰত?"

মস্কৰা কৰিবলৈ এৰি গম্ভীৰ হ'ল লাহৰী আৰু গুণগুণাই শুকনান্নীৰ পদকেইফাকিমান, মাতি গ'ল। পদ নহয়, কুঁ কুঁ কৈ কোনোবাই যেন কান্দোনহে জুৰিলে। অলপ পিছত চাদৰৰ আঁচলেৰে চকুমুখ মছি ক'লে,—"বেউলা-লখীন্দাৰৰ পাঁচালি শুনিলে মোৰ কিন্তু বৰ দুখ লাগে। লখীন্দাৰক সাপে খোঁটাৰ পিছত বেউলাই যেতিয়া বিনাই বিনাই কান্দিবলৈ ধৰে—"

লাহৰী অন্যমনস্ক হৈ পৰিল। বেউলাৰ কথা মনত পৰিলেই লাহৰীৰ নিজৰ কথা মনত পৰি যায়। বিয়াৰ ৰাতিয়েই লখীন্দাৰক সাপে খুটি বেউলাক বিধৱা কৰাৰ দৰে তাইকো যেন কোনোবা অদৃশ্য কালীনাগ পঠাই কাণী পদ্মৱতীয়ে বিধৱা কৰিলে।

বেউলা-লখীন্দাৰৰ পাঁচালি অপেশ্বৰীয়ে আগতে শুনা নাছিল। সেয়া যে ইমান হৃদয়-বিদাৰক, বুজিব নোৱাৰিলে। সপ্তমী পূজাৰ দিনা সন্ধিয়া চণ্ডীবৰ ওজাই যেতিয়া লখীন্দাৰৰ ৰূপ বৰ্ণাই বৰ্ণাই বিষাক্ত সৰ্প কালীনাগৰ কান্দোন জুৰিলে, অপেশ্বৰীয়ে নিজক চম্ভালিব নোৱাৰা হ'ল।

চণ্ডীবৰ ওজাই সুৰ লগাই গাই গ'ল,—

"কান্দে কালীনাগে লখাইৰ মুখ চাই।
কোন সতে ডাকিম বালাক প্ৰাণ ফুটি যায়॥"

লখীন্দাৰক খুঁটিবলৈ সাপ হৈয়ো কালীনাগৰ সত যোৱা নাই। অপৰূপ লখীন্দাৰৰ দেহৰ প্ৰতিটো অঙ্গলৈ চাই চাই কালীনাগে বিনাবলৈ ধৰিলে—

"চূলিকোছা ডাকিম বালাৰ দেখিবাক ভাল।
মাথাগোট ডাকিম বালাৰ ডাব নাৰিকল॥
কপালখন ডাকিম বালাৰ দ্বিতীয়াৰ জোন।
দুইকৰ্ণ ডাকিম বালাৰ বাৰে গছৰ পাণ॥
দুই চক্ষু ডাকিম বালাৰ আকাশৰ তৰা…"



অৱশেষত কালীনাগে লখীন্দাৰৰ সোঁভৰিৰ বুঢ়া আঙুলিত খোঁট মাৰিলে। হাতত থকা অধিবাসৰ কটাৰী পৰি কালীনাগৰ নেজ কটা গ'ল। বিষৰ জ্বালাত অস্থিৰ হৈ লখীন্দাৰে একাষত নিশ্চিন্ত মনে শুই থকা বেউলাক জগোৱাৰ চেষ্টা কৰিলে,—

"অ' মোৰ বেউলা উঠাহে, উঠা কমলমুখী,
জাগ প্ৰিয়া কত নিদ্ৰা যাস,
মোক খাইলা কালীনাগে চক্ষু মেলি চাস।
বুকুত ধৰিলা বিষে নজানিলো খাইলা কিসে
আজিৰ বিষে নাৰহে জীৱন।
তালুত ধৰিলা বিষে নজানিলো খাইলা কিসে
হৰি হৰি বোলে লখীন্দাৰ॥"

বেউলাৰ টোপনি নাভাগিল। লখীন্দাৰৰ মৃত্যু হ'ল।

সাৰ পাই উঠি বেউলাই যেতিয়া দেখিলে লখীন্দাৰৰ মৃতদেহ একাষত পৰি আছে, হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে।

চণ্ডীবৰ ওজাই 'বেউলাৰ ক্ৰন্দন বুলি একই লেচাৰি' আৰম্ভ কৰিলে,—

"কান্দে সতী বেউলা লখাইৰ মুখ চাই।
উঠা উঠা প্ৰাণনাথ প্ৰাণ ফুটি যায়॥"

পুত্ৰৰ শোকত অধীৰ হৈ মাক সনেকাই আহি বিনালে,—

"কাহাৰ কৰিলো চুৰি জালুকীয়া পাণ,
সাতপুত্ৰ মাৰি মোৰ বুকে দিলা হান,
কাহাৰ কৰিলো চুৰি টেমিৰ সুদা চূণ,
সাতপুত্ৰ মাৰি মোৰ বুকুত দিলা ঘূণ।"

অপেশ্বৰী আৰু থিৰেৰে থাকিব নোৱাৰিলে। লাহৰীৰ বুকুৰ মাজত মুখ লুকুৱাই হুৰাওৱাৰে কান্দিবলৈ ধৰিলে।

অপেশ্বৰীৰ মূৰটো কোলাত লৈ লাহৰী নিশ্চল হৈ বহি থাকিল। কলঙত ভব বাৰিষাৰ বান অহাৰ দৰে দুইচকু পানীৰে ঘনে ঘনে ওফন্দি উঠি পাৰ বাগৰি গ'ল।

এসময়ত লাহৰীৰ নিজকে বেউলা বেউলা যেন লাগিল। অপেশ্বৰী নহয়, যেন স্বামীৰ মৃতদেহ দুই হাতেৰে সাৱটি ধৰি বহি আছে লাহৰী। খুটিতালৰ সুৰীয়া শব্দৰ তালে তালে, চণ্ডীৰৰ ওজাৰ কান্দোন সনা পাঁচালিৰ সুৰে সুৰে মৰ্ত্য এৰি স্বৰ্গলৈ যেন উটি উটি গৈ আছে লাহৰী—দেৱাদিদেৱ মহাদেৱৰ ওচৰত কাণী পদ্মাৱতীৰ বিৰুদ্ধে অভিযোগ কৰিবলৈ।

লাহৰীক ফুলতে বিধৱা কৰা অন্যায়ৰ অভিযোগ।

পিছদিনা সন্ধ্যা, দেওধনি উঠিল।

গোঁসানীৰ ফালে মুখ কৰি পাৰি থোৱা কলপাতখনত তেজ-বঙা চাদৰ এখনেৰে গা ঢাকি দেউধাই নাচৰ নাচনী বাধিকা আহি বহিল। হাতত জয়ঢোল আৰু ভোৰতাল লৈ পালি চাৰিজন পাছ-ফালে গৈ থিয় হ'ল।

বাইজৰ ফালে সেৱা জনাই পালিয়ে জয়ঢোলত কোব দিলে। লগে লগে এজনে নাচনীৰ গাৰ চাদৰখন আঁতৰাই লৈ আহিল। দেওধনিয়ে মৃদুভাৱে গোটেই গাটো কঁপাই খোপাটো খুলি পেলালে। কিচ্ কিচ্ কৰে ক'লা মাটিফেঁটি সাপৰ দৰে চুলিকোছা পিঠিৰ ওপৰত সিচৰতি হৈ পৰিল। মূৰটো এক বিশেষ ভঙ্গিমাত নচুৱাই চুলিটাৰ আউল বাউল কৰি কৰি নাচৰ তালে তালে লাহে লাহে ৰাধিকা থিয় হ'ল। পালিয়ে ঢোলৰ বজনা ক্ষিপ্ৰ কৰি তোলাৰ লগে লগে দেওধনিয়ে ভৰিৰ জুনুকাৰ শব্দেৰে তাল ধৰি ভৰি-হাত, কঁকাল আদি কঁপাই নাচিবলৈ ধৰিলে। নাচৰ মাজতে কোনোবা সময়ত ক্ষিপ্ৰতাৰে বহি



পৰে, ক্ষন্তেকতে উঠি তীব্ৰ পদক্ষেপেৰে আগলৈ পাছলৈ যায়। পাক দি দি নাচি কোনোবা সময়ত ক্ষন্তেকৰ বাবে নাচ বন্ধ কৰে; কিন্তু হঠাৎ ক্ষিপ্ৰগতিৰে অন্য এটা নাচ আৰম্ভ কৰে।

এটা দুটাকৈ পাঁচোটা বাদ্যত নচা হ'ল। সৰ্বশেষত দেওধনিয়ে দুৰ্গাদেৱীয়ে চণ্ডিকা ৰূপ ধাৰণ কৰি অসুৰ বধ কৰিবলৈ যোৱা 'ৰণচণ্ডী' নৃত্য আৰম্ভ কৰিলে। সোঁহাতত বলিকটা দালৈ নাচি নাচি ক্ৰমাৎ উন্মত্ত হৈ উঠিল দেওধনি। মুখৰ ভিতৰৰপৰা জিভা বাহিৰলৈ উলিয়াই চকুহাল বহল বহলকৈ মেলি, কেঁচাইখাঁতী দেৱীৰ ভয়াবহ ৰূপ ধাৰণ কৰিলে ৰাধিকাই আৰু হাতত থকা বলিকটা দাখন জোৰেৰে ঘূৰাবলৈ ধৰিলে। যেন যাকে য'তে পায়, তাকে এফালৰপৰা ঘপিয়াই নিঃশেষ কৰিব।

ভয়ঙ্কৰ কালমূৰ্তি দেখি সৰু সৰু ল'ৰা-ছোৱালীবিলাকে চিঞৰত গগন ফালিব খুজিলে। চাই থকা সকলো মুনিহ তিৰোতাই ভয়ত গোঁসানীৰ আগত আঁঠুলৈ থোকাথুকি মাতেৰে ক'লে,—"আই মহামায়া! তোমাৰ সন্তানসকলৰ সৰ্ব অপৰাধ মাৰ্জনা কৰা। অজানিতে যদি কিবা দায়-দোষ কৰিছো—"

কালমূৰ্তি ধৰি ভোটাই ডেকাৰ ফালে চোঁচা মাৰি খেদি গ'ল দেওধনিয়ে। বাইজৰ মাজত ওখ আসনত বহি থকা ভোটাই ডেকাৰ সমুখত গৈ থিয় হৈ বলিকটা দা জোকাৰি ভয় লগা মাতেৰে সুধিলে,—"মোৰ তৃপ্তিৰ বাবে কি আনিছ?"

ভোটাই ডেকাই ভক্তিভৰে নাচনীৰূপী আই ভৱানীৰ আগত আঁঠু ললে আৰু ভাৱস্তিৰে ক'লে,—"নিঃকিন সেৱকে তোমাৰ তৃপ্তিৰ বাবে পাঁচ কুৰি ছাগলী, একুৰি গলধন ধৰা ম'হ বলি দিবলৈ সাজু কৰিছো আই! তুমি প্ৰসন্ন চিত্তেৰে তাক গ্ৰহণ কৰি বাইজৰ অপায়-অমঙল সকলো নাশ কৰা গোঁসানী!"

গোঁসানীয়ে এইবাৰ আগতকৈও বেছি ভয়ঙ্কৰ ৰূপ ধাৰণ কৰি ক'লে,—"কেঁচাইখাঁতী কিহত সন্তুষ্ট হয় তই এতিয়াও নেজান?"

"নেজানো গোঁসানী!" ভোটাই ডেকাই ক'লে,—"মই তোমাৰ অবোধ সন্তান—মোক—"

দাঁত-মূৰ কৰচি গোঁসানীৰূপী দেওধনিয়ে ক'লে,—"ৰাইজৰ মঙ্গল যদি তই বাঞ্ছা কৰ নৰবলি দি মোক পূজা কৰ। নৰৰক্ত দে—"

"কি??" উচপ খাই উঠিল ভোটাই ডেকা। ভিতৰ চ'ৰাৰ দুৱাৰ মুখত পাতল আঁৰ-কাপোৰৰ সিফালে বহি চাই আছিল অপেশ্বৰীয়ে। ভয়ত ঠক্ ঠক্ কৰি কঁপি, কাষত বহি থকা লাহৰীক জোৰেৰে সাবটি ধৰিলে।

ভোটাই ডেকাই আগতকৈও বেছি নম্ৰ হৈ কাকূতি কৰিলে,— "তোমাৰ নিঃকিন পুত্ৰক এনে বীভৎস মায়া দেখুৱাইছা কিয় ভৱানী? মই দুকুৰি ম'হ বলি দিবলৈ গাত লৈছো—আৰু একুৰি বেছিকৈ ছাগলীও— তুমি ইমানতে সন্তুষ্ট হৈ—"

বিকট চিঞৰত ভোটাই ডেকাৰ মাত আধাতে বন্ধ হৈ গ'ল। হঠাৎ ৰাধিকা নাচনীয়ে হাতৰ দাখন পেলাই ঠক্ ঠক্ কৰি কঁপিবলৈ ধৰিলে। ভূঁইকপ হৈছে যেন দেওধনিৰ দেহৰ ভিতৰত। কঁপি কঁপি হঠাৎ ধাচ্ কৰে মাটিত পৰি গ'ল ৰাধিকা। মুখেৰে হোলোকা হোলোকে তেজ বতিয়াবলৈ ধৰিলে।

ছটফট কৰি কৰি এসময়ত দেওধনি নিশ্চল হৈ পৰিল।

ৰবৰলিৰ দিনা দুপৰীয়া।

শঙ্খ, ঘণ্টা, উৰুলিৰ তালে তালে উদাত্ত কণ্ঠেৰে চণ্ডীপাঠ আৰম্ভ কৰিলে পৰমানন্দ ব্ৰহ্মচাৰীয়ে। অন্যকেইদিনৰ দৰেই ভিতৰ চ'ৰাৰ দুৱাৰ মুখত আঁৰ কাপোৰৰ সিপাৰে বহি চাই চাই কথা



পাতি আছিল লাহৰী আৰু অপেশ্বৰীয়ে। নিচেই কাষত গোনা ম'হৰ ভয় লগা গোজৰণি শুনি চক খাই উঠিল দুয়োজনী।

প্ৰকাণ্ড এটা গলধন ধৰা ম'হ আগ আৰু পাছ ঠেঙত গুটিয়া মাৰি বান্ধি বলি দিবলৈ অনা হৈছিল। হাতত খাণ্ডা লৈ বলি দিবলৈ সাজু হৈছে বলিকটীয়া। উচ্চস্বৰে উছৰ্গাৰ মন্ত্ৰ মাতিছে পূজাৰীয়ে। হঠাৎ মহিষাসুৰৰূপী দানৱ ম'হটো চঞ্চল হৈ উঠিল। দুৰ্গাদেৱীৰ ৰণচণ্ডী মূৰ্তি দেখি ভয় খাই পলোৱাৰ বাট বিচাৰি যেন সৰ্বশক্তিৰে সি আগলৈ বল দিলে। ডিঙি আৰু আগঠেঙত বান্ধি থোৱা কইকেইদাল ভট্‌ভট্ কৰে ছিগি গ'ল। মাত্ৰ পাছ ভৰিৰ সৈতে খুটাত বান্ধি থোৱা এদালে ম'হটোক কোনোমতে ধৰি ৰখালে।

পূজা-থলিৰ সকলো মানুহ ভয়ত শিঁয়ৰি উঠিল। অতৰ্কিতে একোণত বৈ থকা ভোটাই ডেকা দৌৰি গৈ ম'হটোৰ কাষ পালেগৈ আৰু চকুৰ পলকতে তাৰ দুই শিঙত দুই হাতেৰে খামুচি ধৰি পাছলৈ হেঁচি ধৰিলে আৰু বলিকটীয়াক আদেশ দিলে,— "কি চাই আছ? ঘাপমাৰ!"

খাণ্ডা হাতত লৈ কিংকৰ্তব্য বিমূঢ় হৈ বৈ থকা বলিকটীয়াই দুই বাহু মূৰৰ ওপৰলৈ তুলি চিঞৰি উঠিল—"আই মহামায়া ভৱানী—" লগে লগে খাণ্ডাৰ পূৰ্ণহতীয়া কোৰ পৰিল মহিষাসুৰৰ ডিঙিত। ডিঙি ছিগি দুটুকুৰ হৈ গ'ল। কেইটামান মুহূৰ্ত ছটফট কৰি নিশ্চল হৈ পৰিল মহিষৰূপী দানৱ। কলকলকৈ ওলোৱা গৰম তেজবিলাক পূজাৰ বেদীত ঢালি দি উচ্চস্বৰে মন্ত্ৰ মাতিলে পূজাৰীয়ে।

ইমান পৰে উশাহ ল'বলৈও যেন পাহৰি আছিল অপেশ্বৰীয়ে। ঘাপ মাৰিবলৈ ধৰাৰ আগতেই ভয়ত চকু মুদিছিল, চকু মেলি কাতৰ স্বৰেৰে উচ্চাৰণ কৰিলে,—"ভগৱান!"

লাহৰীয়ে হঠাৎ খিল খিলাই হাঁহি দিলে আৰু অপেশ্বৰীক সাবোট মাৰি ধৰি সুধিলে—“ভয় লাগিছে ?”

মুখেৰে একো নকৈ মাত্ৰ মূৰ দুপিয়ালে অপেশ্বৰীয়ে।

“কিয় ? ককাইদেৰে ম'হটো ধৰা দেখি ?” লাহৰীয়ে পুতৌ কৰি সুধিলে।

“ওহো—” অপেশ্বৰীয়ে ক'লে,—“বৰ নৃশংস।”

লাহৰী অলপ আচৰিত হ'ল। সুধিলে,—“তোমালোকৰ ঘৰত জানো পূজা নহয় ?”

“দূৰ্গা পূজা নহয়।” অপেশ্বৰীয়ে ক'লে,—“আমি বৈষ্ণৱহে, শাক্ত নহয়। গোঁসাই থানত এমুঠন ওখ সোণৰ লাড়ুৰা গোপালৰ মূৰ্তি আছে—জনাৰ্দন বৰপূজাৰীয়ে ধুৱায়। দিনটোৰ চাৰি প্ৰহৰত নামকীৰ্তনো কৰে। দৌলযাত্ৰা, ৰাসোৎসৱ আদি চাবলৈ আমি সত্ৰলৈ যাও—”

“সত্ৰ ?”

“ও, আউনীআটি সত্ৰ।”

“তোমালোক আউনীআটিৰ শিচ্‌ ?

“ও !”

“আমিও।”

“হয় ?” লাহৰীৰ লগত তেজৰ সম্বন্ধ থকাৰ উমান পাই যেন বৰ বেছি আবেগেৰে উচ্চাৰণ কৰিলে অপেশ্বৰীয়ে। দুইজনী যেন একেজনী মাকৰে সন্তান, ইমানদিনে মাত্ৰ চিনাকীহে নাছিল,—অপেশ্বৰীৰ তেনে লাগি গ'ল।”

লাহৰীয়ে ক'লে,—“সত্ৰ প্ৰতিষ্ঠা কৰোতে আমি চাবলৈ গৈছিলো।”



“মযো।” অপেশ্বৰীয়ে ক'লে,—“পিতাৰ লগতেই মই অনবৰত আছিলো। স্বৰ্গদেও ঈশ্বৰৰ কাষে কাষে। আইকুৱঁৰীসকলৰ লগত একেলগে গোঁসাই ঈশ্বৰৰপৰা নিৰ্মালি লৈছিলো।”

“বৰ আনন্দ লাগিছিল নহয় ? সাদিন সাতৰাতি নাম, হোম-যজ্ঞ,—”

“ও। বৰ আনন্দ লাগিছিল পাই।” অপেশ্বৰীয়ে ক'লে আৰু সুধিলে—“তুমিনো ইয়াৰপৰা কাৰ লগত গৈছিলা ?”

“ফকীৰ ককাৰ লগত।”

“ফকীৰ ?” শব্দটো নুবুজাৰ দৰে অপেশ্বৰীয়ে সুধিলে।

“ফকীৰ মানে সন্ন্যাসী।” লাহৰীয়ে ক'লে,—“সেইযে বুঢ়া মানুহজন বাহিৰত—”

বাহিৰত চকু থ'লে অপেশ্বৰীয়ে। গছৰ শুকান মুঢ়াত দপদপিয়াকৈ জুই ধৰি জুম পাতি বহি আছে কেইবাজনো মানুহ। মাজত বহি আছে ফকীৰ ককা। তেল কলীয়াকৈ ক্ষীণ মানুহজন। গালৰ হনু ওলোৱা। গাত এখন লেতেৰা হৈ হৈ ৰং চিনিব নোৱাৰা হোৱা গেৰুৱা কাপোৰ। কাষত সৰু ডাঙৰ কেইবাটাও মোনা! কুটনা আৰু কটাৰীলৈ ভাং তৈয়াৰ কৰাত ব্যস্ত হৈ আছে ফকীৰ ককা। ইচিলিমৰ পিছত সিচিলিম সজাইছে আৰু ইজনৰ পিছত সিজনক দিছে হুপিবলৈ। ভাঙৰ ধোঁৱাৰ গোন্ধেৰে আমোলমোল কৰিছে পূজাৰ থলি।

লাহৰীয়ে হঠাৎ ক'লে,—“ফকীৰ ককা আইৰ খুড়াক। জাত গ'ল।”

“জাত গ'ল ?” অপেশ্বৰীয়ে আচৰিত হৈ যেন উচ্চাৰণ কৰিলে।

“ও।” লাহৰীয়ে ক'লে,—“ডেকা কালত ফকীৰ ককা প্ৰথমবাৰ তীৰ্থলৈ গৈছিল। দুই এবছৰৰ মূৰে মূৰে জগন্নাথৰ পাণ্ডা আহে গাৱঁলৈ। কেইবাজনো যাত্ৰী ঠিক কৰি লগতলৈ যায়গৈ।

হৰিদ্বাৰ, বদৰিকা, গয়া, কাশী, বৃন্দাবন চাই বহুত দিনৰ মূৰত ঘৰলৈ ঘূৰি আহে তীৰ্থ যাত্ৰীৰ দল।

জগন্নাথৰ মন্দিৰ দৰ্শন কৰি অহাৰ পিছদিনা। ব্ৰহ্মপুৰাতে গঙ্গাস্নান কৰিবলৈ গৈছিল ককা। পানীত জোবোৰা মাৰি উঠি আহি বহা পাই দেখিলে গাত উপবীত নাই। তেনেকৈয়ে আহি ঘৰ পালেহি। পীৰালীত আহি বহি আছে, ঘৰৰ ভিতৰ নোসোমায়। সোধাত কান্দি কান্দি সকলো বিবৰি ক'লে। ককাদেউতাহঁতে ক'লে,— 'যি হ'বৰ আছিল হ'ল। নতুনকৈ উপনয়ন দিও'—

ফকীৰ ককা সন্মত নহ'ল। মনত বৈৰাগ্যভাৱ উপজিল। এবাৰ যেতিয়া তীৰ্থস্থলতে হেৰাই গৈছে পুনৰ লৈ কি হ'ব? হয়তো মহাপ্ৰভু জগন্নাথৰে ইচ্ছা—"

"তাৰ পিছত?" অপেশ্বৰীয়ে আগ্ৰহৰে সুধিলে।

"সেইবিলাক বহুত কথা।" লাহৰীয়ে ক'লে,—"তাৰপিছৰপৰা ককা ঘৰত নথকা হ'ল। য'তে ত'তে খায়গৈ, যাৰে তাৰে ঘৰত পৰি থাকে। এদিন ফনিধৰে আহি খবৰ দিলে, ফকীৰ ককা কোঁচগাৱঁৰ মধুকোঁচৰ জীয়েক ফুলেশ্বৰীলৈ চাপি সোমাল।"

"ধেৎ?"

"হয় আকৌ। ককাদেউতাহঁতে অন্তৰত বৰ দুখ পালে। হেজাৰ হওক সহোদৰ ভাই। ধৰি বান্ধিলৈ আহি ক'লে,—"মাটি সম্পত্তিৰ এটা ভাগ তোৰ নামত এৰি দিও, চলাই মেলি খা। ঘৰৰ ল'ৰা ঘৰত থাক।"

ফকীৰ ককা দুদিনমান তলকা মাৰি থাকিল। কেইদিনমানৰ পিছত এদিন পথাৰত হালোৱালৈ বুলি জলপান দিবলৈ পঠালে। ভ'ৰামে হাল এৰি আহি খাবলৈ বহিছিল মাত্ৰ, ফকীৰ ককাই নিজেই গৈ হালৰ মুঠিত ধৰিলে। সেইদিনা তামোলগছত বান্ধি লৈ ককাদেউতাহঁতে হেনো খুব কোবালে। পিছদিনাৰপৰা ফকীৰ



ককা অন্তৰ্দ্ধান হ'ল। ডাঙৰ আৰু মাজু ককাদেউতা ঢুকুৱাৰ পিছত এতিয়া আকৌ আহিবলৈ ধৰিছে। দুদিনমান আহি বাহিৰা ঘৰতে খাইবৈ বাহিৰা মানুহৰ দৰে থাকে। এদিন আকৌ নাইকীয়া হয়। দেশ-দ্বীপান্তৰ ভ্ৰমি বহুত দিনৰ পিছত আকৌ এদিন আহি ওলায়!"

অপেশ্বৰীয়ে আগ্ৰহেৰে বাহিৰত বহি থকা জুমটোলৈ চালে। ডাঙৰ খোলা তেতিয়া ভক্ত আৰু ভগৱানৰ গুণানুকীৰ্তনেৰে মুখৰ হৈ উঠিছে। ফকীৰ ককাই একাষত পৰি থকা টোকাৰীটো হাতত তুলি লৈ, হঠাৎ দেহবিচাৰৰ গীত আৰম্ভ কৰিলে,—

"সাৰ কৰা হৰি নামৰ মালা,
ফুলিছে কমলা ফুল গুঞ্জৰে ভোমোৰা।
ৰুৱা দিলা, কামি দিলা, মাৰলিৰে যোটা,
দুইখন ছাল লগাই থৈলা একেজুৰি খুটা।
সাৰ কৰা......"

অপেশ্বৰীয়ে শুনি থাকি এসময়ত সুধিলে,—"জোলোঙাকেইটাত কি আছে?"

"এসোপামান পুথিপাঁজি।" লাহৰীয়ে ক'লে,—"ফকীৰ ককা বেজ। ভূত-প্ৰেত, ডাইনী-যখিনী খেদায়, বেমাৰ-আজাৰ হ'লে দৰব-জাতি দিয়ে, কঁড়ি মাৰি ভাগ্য গণনা কৰে—"

অপেশ্বৰীয়ে কিবা এটা ক'ব খুজিছিল; শোৱনীকোঠাৰ বাঁহৰ দুৱাৰখন শব্দ কৰি মেল খাই যোৱাত উভতি চালে। দুৱাৰমুখত দহ-এঘাৰ বছৰীয়া এটা শকত-আৱত ল'ৰা বৈ আছে। মঙহেৰে লোদোৰ পোদোৰ ল'ৰাটোৰ গালমুখ তেজৰ ভৰত ফুটি-যাও ফাটি-যাও কৰিছে। পিন্ধনত ঢক্ ঢক্ কৰে বগা কপাহী চুৰিয়া, গাত ছকঠীয়া চেলেং। গলধনত পৰা একোছা পাহকটা চুলি। কপালত চন্দনৰ ফোঁট।

"বাপধন!" লাহৰীয়ে আচৰিত হোৱাৰ দৰে উচ্চাৰণ কৰিলে—"আহিলি ?"

"ও!" ল'ৰাটোৱে ক'লে,—"ককাইদেৱে তোমালোকক গোঁসানী সেৱা কৰিবলৈ যাবলৈ কৈছে।" কৈ কৈ লাহৰীৰ কাষ চাপি আহিল বাপধন।

অপেশ্বৰীয়ে ল'ৰাটোৰ মৰম লগা মুখখনলৈ ৰ লাগি চাই আছিল, সুধিলে—"ক'ৰ ল'ৰানো ?"

"অ' মোৰ গোঁসাই। মই তোমাক কোৱাই নাই। বাপধন মোৰ ভাই। মোমাইহঁতৰ ঘৰত আছিলগৈ, আজি পাইছেহি—"

"সঁচা ?"

"হয় আকৌ। আউনীআটিলৈ যাওতে আমাৰ লগত সিও গৈছিল।"

"হয় নেকি ?"

"ও। তাক আমি সত্ৰত থব'লৈহে গৈছিলো।"

"থব'লৈ ?" অপেশ্বৰীয়ে বুজিব নোৱাৰি সুধিলে।

"ও। আইৰ ল'ৰা নাছিল। হৈ হৈ মৰি যায়। পিতাই মানস কৰিলে—এইবাৰ যদি ল'ৰা হৈ জীয়াই থাকে, গোঁসাই ঈশ্বৰৰ নামত সত্ৰলৈ উছৰ্গা কৰিম।"

"অৰ্থাৎ কেৱলীয়া ভকত হ'বলৈ ?

"ও। সাদিন থাকি আমি গুচি আহিলো। বাপধনে আমাক নেদেখি কোনোবা টলকত পলাই আহি ব্ৰহ্মপুত্ৰৰ পানীত নামিল। ভকত হুজনমানে দেখা পাই গোঁসাই ঈশ্বৰৰ ওচৰত ভেটিলেগৈ। কান্দি থকা বাপধনৰ কণমান মুখখনলৈ থৰ লাগি চাই থাকি গোঁসাই ঈশ্বৰে ক'লে,— "ই সংসাৰী জীৱ, সংসাৰতেইহে তাৰ গতি। তাৰ পিতা-মাতাৰ হাতত সোধাই দিয়াগৈ।" বাপধনক



পাচনীয়ে ঘৰত গৈ গ'লহি। সি আহি পোৱাৰ পিছদিনাই আমাৰ আই ঢুকাল।"

"হঠাতে ?"

"ও। একো নাছিল। খাই-বৈ শুই আছে। দোকমোলিৰ আগে আগে ক'লে,—"মোৰ দেখোন মূৰটো বৰ বিষাইছে। অলপ সময়ৰ পিছৰপৰা বকিবলৈ ধৰিলে। বেলি ওলোৱাৰ লগে লগে—"

লাহৰীয়ে ৰিহাৰ আঁচলেৰে সেমেকি যোৱা চকুৰ গুৰি হুটা মছিলে আৰু বাপধনক সাবটি ধৰি গালত গাল লগাই মৰম কৰি ক'লে,— "সি মোক এৰি সমূলি থাকিব নোৱাৰে ভাই। মই যেনিবা তাৰ বায়েক নহয়, মাকহে—"

"যাঃ।" বাপধনে লাজ কৰি উচ্চাৰণ কৰিলে আৰু লাহৰীৰ আঁচলৰ আঁৰত মুখখন লুকুৱাই পেলালে।

ফকীৰ ককাই খঞ্জুৰী বজাই বাহিৰত তেতিয়া গীত জুৰিছে—

"নকৰিলো শিৰে মাধৱক নমস্কাৰ।
ইটো মাথা গোট মোৰ ভৈলা মহাভাৰ॥
জিহ্বা মোৰ থাকন্তে নলৈলো হৰিনাম।
দাহুৰীৰ জিহ্বা যেন ভৈল কোন কাম॥......"

অলপ সময়ৰ পিছত। অপেশ্বৰীক নকন্যাৰ সাজেৰে সজাই পৰাই উলিয়ালে লাহৰীয়ে। মেজাঙ্কৰীৰ বন কৰা ৰিহা-মেখেলা, কাণত জুই-ৰঙা জাংফাই, ডিঙিত সাতসৰী হাঁড় আৰু ঢোলবিৰি। কামচৰাইৰ ঠোঁটৰ দৰে ৰঙাকৈ বৰহমথুৰিৰে বোলোৱা ওঁঠ।

শিৰত সেন্দূৰৰ ফোঁটটো দিব খুজি অন্যমনস্ক হৈ পৰিল লাহৰী।। বিধৱাই শিৰত সেন্দূৰ দিব নেপায়। বেদনাৰ চাপ পৰা মুখখনৰ বং ধীৰে ধীৰে পুনৰ স্বাভাৱিক হ'বলৈ কেইবাটাও মুহূৰ্ত লাগিল লাহৰীৰ। নিজক সংযত কৰি লৈ সোঁহাতৰ আঙুলিকেইটাৰে

আলফুলকৈ থুতৰীটোত ধৰি অপেশ্বৰীৰ মুখখন ঘূৰাই-পকাই চালে আৰু হঠাৎ মঙহাল সোঁগালখনত শব্দ কৰি চুমা খাই দিলে ।

অপেশ্বৰীৰ মুখখন লাজৰ আভাৱে ৰাঙলী হৈ পৰিল । লাহৰীয়ে অপেশ্বীক সাৰটি ধৰি সুধিলে—"তোমাৰ বাৰু নামটো কোনে থৈছিল কোৱাচোন ?"

"নেজানো । কিয় ?"

"সাইলাখ অপেশ্বৰীয়েই সঁচা ।"

"যাঃ"

"হয় আকৌ । ককাইদেও বাদেই, মোৰ নিজৰেই মৰি-যাও মৰি-যাও লাগিছে ।"

"হয় নেকি ?" মুখটিপি হাঁহিলে অপেশ্বৰীয়ে । লাহৰীয়ে আকৌ সুধিলে,—

"তোমাক বাৰু ককাইদেৱে আগতে কৰবাত দেখিছিল নেকি ?"

"মই কি জানো ?"

"তুমি দেখা নাছিলা ?"

"ওহো, কিয় ?"

"তোমাক আচলতে কেনেবাকৈ কৰবাত দেখিয়েই ককাইদেউ ভোল গৈছিল যেন পাও বুইছা । নহলে এনেকৈ বাঘৰ গড়ালত হাত সুমুৱাই মাকৰ বুকুৰপৰা বাঘ পোৱালি চুৰ কৰিবলৈ কোনোবাই সাহ কৰেনে ?"

"লোকৰ কথা যে কৈছা, তুমি হ'বলা নহয় ?" লাহৰীৰ তেজগোৰা মুখখনত চকু থাপি অপেশ্বৰীয়ে প্ৰতিবাদ কৰাৰ সুৰত ক'লে,—"তোমাৰ যিহে চকু ছাত মাৰি ধৰা ৰূপ, জুইত চগা পৰাৰ দৰে এতিয়াও কোনোবা—"



"বৌ !" লাহৰীৰ অস্ফুট আৰ্তনাদত অপেশ্বৰীৰ মাত বন্ধ হৈ গ'ল । ভয় খোৱাৰ দৰে লাহৰীয়ে ক'লে,—"নেপায় বৌ, মই বিধৱা—"

"বিধৱা জানো তেজমঙহৰ মানুহ নহয় ?" লাহৰীৰ কথা নুশুনি অপেশ্বৰীয়ে ক'লে,—"জীৱন জুৰি বিধৱা ভাত খাই এনেদৰে—"

"সেয়া মোৰ কপাল বৌ !" অপেশ্বৰীক বাধা দিবলৈ যেন লাহৰীয়ে লৰালৰিকৈ ক'লে,—"সিজন্মত কৰা মহাপাপৰ ফলত এই জন্মত এনেদৰে লেকাত ভুঞ্জি মৰিব লগা হৈছে—" কথাটো পাতল কৰা চেষ্টা কৰি লাহৰীয়ে পুনৰ ক'লে,—"মইনো কি ? মোৰ এজনী বুঢ়ীআইৰ নবছৰ বয়সতে আগ-বিয়া হৈছিল । ককাদেউতাক যেতিয়া ম'হে খুচি মাৰিলে, আইতা তেতিয়াও মানুহ হোৱা নাই । তেতিয়াৰপৰা এশ বছৰে বিধৱা ভাত খাই যোৱা বেলিহে চুকাইছে—"

অপেশ্বৰীৰ চকুহাল আতঙ্কত শিঁয়ৰি উঠিল । লৰালৰিকৈ ক'লে,—"তুমিও দেখোন ফুলতে বাঁৰী হৈছা ? এই ফুকলীয়া কালৰেপৰা গোটেই জীৱনটো জীয়াতু ভোগাৰ কথা মইযে ভাবিবই পৰা নাই—"

"তুমি মাত্ৰ দুদিনৰ আগতে মূৰত ওৰণি লৈছা বৌ, স্বামীগুৰু কাক কয় এতিয়াও বুজা নাই । তিৰোতাৰ ইহকাল পৰকাল সকলো—"

"কিন্তু সেই বুলি—"

"থওক বৌ, এইবিলাক কথা ভবা পাপ—"

"পাপ ?" অপেশ্বৰী যেন ক্ৰুদ্ধ হৈ উঠিল । "মানুহে জানো মানুহৰ জীৱনৰ কথা ভবা পাপ ? জীয়াই থকাৰ কথা ভবা পাপনে ? তিলতিলকৈ মৰি যোৱাকে তুমি পুণ্য বুলি ভাবা ?"

"যি কথা মানুহৰ জীৱনৰ অশান্তি আৰু দুখৰ কাৰণ হৈ উঠিব পাৰে, সিয়ে পাপ বৌ !

"কিন্তু—"

"নহয় নহয় বৌ !—" লাহৰী হঠাৎ অধৈৰ্য্য হৈ উঠিল—"মই তোমাক কাবৌ কৰি মাতিছো, মোৰ আগত এইবিলাক কথা নুলিয়াবা, মোক নিজক পাহৰি থাকিবলৈ দিয়া বৌ, নহ'লে মই মৰি যাম—মই মৰি যাম—" হঠাৎ লাহৰিয়ে ফোঁপাই ফোঁপাই কান্দিবলৈ ধৰিলে আৰু অপেশ্বৰীয়ে বাধা দিবলৈ পোৱাৰ আগতেই ৰিহাৰ আঁচলেৰে মুখ ঢাকি ভিতৰ চ'ৰাৰপৰা বাহিৰ ওলাই গ'ল।

বাপধনে কি হৈছে বুজা নাছিল, লাহৰীয়ে কন্দা দেখি হঠাৎ সিও ফেকুৰি কান্দিবলৈ ধৰিলে।

পাপ-পুণ্য কাক কয় লাহৰীয়ে কোনো দিনেই ভবা নাছিল। সৰুৰেপৰা শুনি শুনি বুকুত মাত্ৰ সাঁচ বহি গৈছে। ধৰি লৈছে এইবিলাক পাপ—বিধৱাই হাঁহিব নাপায়, আনন্দ কৰিব নাপায়, ভোগসুখ কৰিব নাপায়। হাঁহি আৰু আনন্দৰ, ভোগ আৰু উৎসৱৰ, সুখ আৰু শান্তিৰ উৎস স্বামী দেৱতাৰ লগে লগেই শেষ হৈ গৈছে। কিন্তু—

আজি প্ৰথম ভাবিলে লাহৰীয়ে এই 'কিন্তু'টো। প্ৰতিটো মুহূৰ্তত মনত পৰি থাকিল—আগত পৰি আছে এখন বিশাল বালিৰ সাগৰ। অন্তহীন। জীৱনজুৰি এই দুখৰ জুই কুৰা বুকুত বান্ধি—

অপেশ্বৰীয়ে কোৱা কথাখিনি একোপধ্যে মনৰপৰা মছি পেলাব নোৱাৰিলে লাহৰীয়ে। শেহৰাতিলৈকে লাহৰীৰ টোপনি নাহিল। গাত জুই লগাৰ দৰে পাটিত পৰি ছটফট কৰি কটালে।



নিচেই কাষৰপৰা আৰম্ভ হোৱা পূজাৰ থলিত আধাৰাতিলৈকে হোৱা আনন্দ উৎসৱৰ উন্মত্ততাই জ্বলাজুইত যেন ঘিউ ঢালি থাকিল।

দোকমোকালিৰ আগে আগে চিলমিলকৈ টোপনি আহিছিল লাহৰীৰ। হঠাৎ এটা বীভৎস সমাজিক দেখি ধৰফৰকৈ সাৰ পাই উঠিল। প্ৰাণ টাকি চিঞৰি উঠিব খুজিলে, কিন্তু নোৱাৰিলে। কোনোবাই যেন মাত মাতিব নোৱাৰাকৈ মুখখন বন্ধ কৰি থৈছে। এটা যেন বিষাক্ত সাপে লৰচৰ কৰিব নোৱাৰাকৈ মেৰাই ধৰি আছে লাহৰীক। তাৰ উত্তপ্ত নিশ্বাস অনুভৱ কৰিছে ওঁঠ, গাল আৰু মুখত। সমস্ত দেহত।

সেই সময়ত জীয়া-কলঙৰ পাৰ আৰু পাথৰি-পোতনিৰ কাষৰি অঞ্চল আছিল অটব্য অৰণ্য কলং আৰু কপিলীৰ মাজৰ মুকলি পথাৰত পাহাৰৰপৰা জাকপাতি নামে বনৰীয়া হাতী। সন্ধ্যা হোৱাৰ লগে লগে মানুহৰ ঘৰৰ চোতালত বনৰ বাঘে হুমিয়াই ফুৰে, ঘৰচীয়া গৰু ছাগলীৰ লগত গোহালিত শুই থাকেহি শৰ, সোঁগোৰা আৰু হৰিণ।

ভোটাই ডেকা আছিল সুনিপুণ চিকাৰী।—হাতেৰেই ভুকুৱাই বাঘ মৰা মানুহ। বিহকাঁড় লগোৱা ধেনুৰে বৰা-গাহৰি মাৰে। বাটলু গুটিৰে নৈ, বিল, পিতনি আৰু পথাৰত পৰা বনহাঁহ, ডঁৰিক, সৰালি, পৰ্ঘুমা চৰাই মাৰি জোঁটা জোঁটে লৈ ঘৰলৈ ওভতে। লগত থাকে গাৰ ছাঁৰ দৰে ৰঘু—একমাত্ৰ গা-ৰখীয়া আৰু লগৰীয়া।

মাজে মাজে হাতী বা ঘোৰাৰ পিঠিত উঠি ঘূৰি ফুৰে ভোটাই। কলং নৈৰ পাৰৰ পৰা বামুণী পাহাৰৰ কাষলৈকে গোটেই অঞ্চলটো তহলি ফুৰে। অঞ্চলৰ মানুহে যিদৰে ভয় কৰে সেইদৰেই ভক্তিও কৰে।

কলঙৰ পাৰত পূবা-পশ্চিমাকৈ ভোটাই ডেকাৰ প্ৰকাণ্ড হাউলি। দুশাৰী পুলি নাহৰৰ মাজত প্ৰথমে বাটচ'ৰা। আহল বহল আগ-চোতালখন সাৰি কেইবাকুৰি মানুহ একেলগে বহিব পৰা বৰ চ'ৰাঘৰ। দুৱাৰ মুখৰ চৌকাঠত হেঙুল-হাইতালেৰে আঁকা ফুল আৰু ৰেখাৰ চিত্ৰপট। ৰাজদুৱা মেল আদি বাদেই, গুৱাহাটীৰপৰা কলিয়াবৰলৈ অহা-যোৱা কৰোতে স্বয়ং বৰফুকন ডাঙৰীয়া তাতেই ক্ষন্তেক জিৰায়হি। গাতে লগা কছাৰী আৰু জয়ন্তীয়া ৰাজ্যৰ সৈতে তাৰ পৰাই কটকী আৰু বিষয়াৰ মাজত আদান প্ৰদান চলে। বৰচ'ৰাৰ পাছত ইটোৰ পাছত সিটোকৈ ভিতৰ চ'ৰাঘৰ, মাৰলঘৰ আৰু বৰঘৰ। পাছফালে দূৰত বুঢ়াৰজাৰ দিনৰে এপুৰা মাটি জোৰা তেলীয়া ডোঙা পুখুৰী। উত্তৰ ফালে ক্ৰমাৎ ধেনুভিৰীয়া হৈ আগুৱাই আহি আঁতৰি যোৱা কলং নৈৰ বৰঘাট। দাঁতিত লিগিৰা লিক্‌চৌহঁতৰ পঁজা-ঘৰ। পুখুৰীৰ পশ্চিম কোণত থকা চাৰিটাকৈ প্ৰকাণ্ড গুটি ধানৰ ভঁড়াল ৰখিছে যেন সিহঁতে।

পুখুৰীটো মাজত লৈ তিনিও ফালে ধোবা, সুতাৰ আৰু টাঙোনধৰা মানুহৰ গাওঁ। দূৰত কুমাৰ, কৈৱৰ্ত আৰু কনিয়া-সোণাৰী। মোমাই তামুলী বৰবৰুৱাই সকলো বিধৰ মানুহ দুই এঘৰকৈ আনি নতুনকৈ গাওঁ পাতি দিছে। তুৰ্বকৰ লগত আহি বন্দীহৈ থাকি যোৱা আঢ়ৈ কুৰি ঘৰ মুছলমানক পাখীমৰিয়াৰ কাম দি অঞ্চলটোৰ মাজঠাইত থাকিবলৈ দিছে।

বিজয়া দশমীৰ দিনা। অন্য দিনাৰ দৰে ব্ৰহ্মপুৰাতেই ঢাৰি-পাটি এৰিলে ভোটাই ডেকাই। কলঙৰ পাৰে পাৰে আহি আহি তেলীয়াডোঙা পুখুৰী পালে। পাছফালৰ পথাৰ আৰু পিতনিত, পুখুৰীৰ পানীত, অসংখ্য বনৰীয়া চৰাই পৰিছেহি জাকপাতি।

পুখুৰীটোৰ চাৰিওকাষে আম, কঠাল আৰু আমলখি গছৰ শাৰী। একাষত দুজোপামান গুলচ ফুল। দক্ষিণফালে বকুল কেইজোপা। পুখুৰীলৈ নামি-যোৱা বাটটো শিলেৰে বন্ধোৱা। খটখটীৰ কাষত কেইবাজোপাও শেৱালি ফুল। তল ভৰি সৰি থকা শেৱালি ফুলেৰে বগাহৈ থাকে পানীঘাট।



খটখটীৰে পানী যুৰঁলিলৈ নামি যাব খুজি বৈ গ'ল ভোটাই ডেকা। কোনোবাই যেন ক'ৰবাত ফুচফুচাই কথা পাতিছে। শত্ৰুৰ অভাৱ নাই কাৰণে দাখন ভোটায়ে লগৰ পৰা নেৰে। ছাঁৰ দৰে যদিও ৰঘু থাকে পাছে পাছে, খটখটীৰ ওপৰতেই থৈ যায় দাখন—জোবোৰা মাৰি উঠি আহিয়েই যাতে হাতত ল'ব পাৰে, পুখুৰীত নামি থাকোতেও যাতে পাৰৰপৰা অতৰ্কিতে নামি আহিবলৈ ধৰা কাৰোবাক লক্ষ্য কৰিব পাৰি।

মনৰ ভ্ৰম বুলি আকৌ এখোজ আগবাঢ়িল ভোটাই। আকৌ হঠাৎ শুনিলে কাৰোবাৰ গোঙনি। কোনোবাই যেন কাৰোবাক জোৰ কৰি হেচি ধৰিছে। প্ৰাণ-পণে তাৰ কবলৰপৰা মুক্ত হ'বৰ চেষ্টা কৰিছে অন্যটোৱে। এইবাৰ যেন স্পষ্ট হৈ উঠিল শব্দটো। চকুৰ পচাৰতে ৰঘুক ইঙ্গিত দিলে ভোটায়ে আৰু সন্তৰ্পণে ঘাট এৰি আগবাঢ়ি গ'ল। শেৱালি ফুল জোপাৰ সিফালেই পুখুৰীৰ অন্যটো পাৰত কছাৰী ৰাজ্যত থকা দেওশাল আৰু মহামায়াৰ মন্দিৰৰ আহিত সজোৱা দেৱালয়। একাষত পূজাৰী শুক্রেশ্বৰ ভট্টাচাৰ্য্যৰ ঘৰ। দুখোজমান যোৱাৰ লগে লগেই ঘৰৰ পাছ-ফালৰ দুৱাৰখন কাণি-দুৱৰী হৈ মেলখাই কথা চকুত পৰিল ভোটাইৰ।

হঠাৎ বাঁহৰ দুৱাৰখন ঠেলি কোনোবা এটা বাহিৰলৈ ওলাই আহিল। কেইখোজমান আঁতৰত কালান্তক যমৰ দৰে থিয় হৈ থকা ভোটাই ডেকাক দেখি তাৰ চুলিৰ আগে জীৱ উৰি গ'ল।

বুকুৰ ওপৰেদি এটা অদ্ভুত শিহৰণ বৈ গ'ল ভোটাই ডেকাৰ, পিৰপিৰাই উঠিল হাতহাল। গাৰ তেজবিলাক মুৰৰ ওপৰলৈ

যেন ঢাপলি মেলিলে। ভোটাই ডেকাৰ টোলৰ চৌহদৰ ভিতৰত ইমান সাহস?

খাপৰপৰা দাখন খপ কৰে খুলি হাতত ল'লে ভোটায়ে: এক মুহূৰ্তমান কি কৰিম, কলৈ যাম কৰি মানুহটোৰে পলোৱাৰ উপক্ৰম কৰিলে। চিকাৰী কুকুৰৰ দৰে জপিয়াই আগলৈ গ'ল ভোটাই আৰু মেচিদাৰে ব্ৰহ্মঘাপ মাৰিলে। বলি দিয়া ম'হৰ দৰে একে ঘাপেই মূৰটো ডিঙিৰপৰা এৰাই ছিটিকি গৈ দূৰত পৰিল মানুহটোৰ। কল গছৰ গুৰি পৰাদি ধাচ্ কৰে পৰিল গা ছোৱা। মাত্ৰ এবাৰ ধৰফৰ কৰি চিৰকালৰ বাবে সি স্তব্ধ হৈ গ'ল। দৌল উৎসৱৰ পিচকাৰীৰ দৰে কল কলকৈ ওলাইছে মানুহৰ তপত তেজ।

মাত্ৰ কেইটামান মুহূৰ্ত। সম্বিত ঘূৰাই পালে ভোটায়ে পোহৰ হৈ অহাৰ লগে লগে লিগিৰা-লিগিৰীহঁত আহিব পুখুৰীলৈ, তাৰ আগতেই—

হতভম্ব হৈ থিয় হৈ থকা ৰঘুক উদ্দেশ্য কৰি ক'লে ভোটাই ডেকাই—"সাৱধান!"

"দেউতা!" ৰঘুৰে মাত্ৰ উচ্চাৰণ কৰিলে। বিশ্বাসী লগুৱা ৰঘুৰে কথা কম কয়। মাত্ৰ এটা শব্দেৰেই সি বুজাই দিলে তাৰ কৰ্তব্য সি বুজি পাইছে। লৰালৰিকৈ সি মৃতদেহটো আঁতৰাই নিলে আৰু পুখুৰীৰ পশ্চিমফালে থকা পিতনিত পুতি থৈ আহি তেজেৰে ৰাঙলী হৈ পৰা ঠাইডোখৰ পৰিষ্কাৰকৈ ধুই পেলালে।

মেল খাই থকা বাঁহৰ দুৱাৰখনৰ মুখত গৈ থিয় হ'ল ভোটাই ডেকা। খাট এখনত ওপৰলৈ মূৰ কৰি পৰি আছে এটা অচেতন নাৰীদেহ। বাঘে তেজ শুহি খাই এৰি যোৱা জন্তুৰ দৰে ক্ষত-



বিক্ষত দেহ। কপাহী চাদৰখনৰ এছোৱা গাৰপৰা এৰাই মাটিত পৰি আছে। কঁকালৰ কাষত থুপ খাই আছে মেখেলাখন।

চেতন অহাৰ গম পাই ভয় খাই পলাই যোৱা গুইসাপৰ দৰে লৰালৰিকৈ আঁতৰি গ'ল ভোটাই ডেকা। পুখুৰীৰ পানীত পৰি গাইমূৰে পৰা তেজৰ ছিটিকনিবিলাক ধুই পেলালে।

উভতি আহিবলৈ ধৰি হঠাৎ মনত পৰিল ভোটাইৰ দেওধনিয়ে আগদিনা কোৱা কথাষাৰ—কেঁচাইখাঁতী গোঁসানীয়ে এইবাৰ নৰবলি বিচাৰিছে। ম'হ আৰু ছাগলী নহয়, নৰ-বলি।

ভিতৰ চোতালৰ মাজৰপৰা ভয়ে ভয়ে একোণৰ মণ্ডপত থকা দেৱীমূৰ্তিৰ ফালে চালে ভোটায়ে। ৰ লাগি চাই আছে যেন ভোটাই ডেকাৰ চকুলৈ—দুৰ্গা প্ৰতিমাই। এটা ভৰি মহিষাসুৰৰ বুকুৰ ওপৰত, অন্যটো আছে সিংহৰ পিঠিত। মুখ টিপি হাঁহিছে যেন কেঁচাইখাঁতীয়ে—বিদ্ৰূপৰ হাঁহি। সকলোৰে অলক্ষ্যে, সকলো গোপন কথা জানি আছে যেন মাটিৰ প্ৰতিমাই।

ভোটাই ডেকাৰ মুখৰপৰা ভক্তিভৰে ওলাই গ'ল—"আই ভৱানী! ভগৱতী!! তোমাৰ ইচ্ছাই পূৰ্ণ হওক মহামায়া!!"

ভিতৰ চ'ৰাৰ একোণত চকু পৰি বৈ গ'ল ভোটাই। দুৱাৰ মুখত থিয় হৈ তীক্ষ্ণ দৃষ্টিৰে ভোটাই অহাৰ ফাললৈ চাই আছে অপেশ্বৰীয়ে। দুৰ্গা প্ৰতিমাৰ মুখখনৰ দৰে চকুৰে-মুখে গোপন কথাৰ আঁত ধৰিব পৰাৰ অদ্ভুত ছাপ।

বুকুখন সংশয় আৰু আশঙ্কাত কঁপি উঠিল ভোটাইৰ। মুখৰ পৰিবৰ্তন লক্ষ্য কৰি অপেশ্বৰীয়ে ক'লে,—"কালি আবেলিৰপৰা লাহৰীজনীৰ যে—"

গাৰ কাষত হঠাৎ হিলৈৰ শব্দ শুনাৰ দৰে 'লাহৰী' শব্দটো শুনি চক্‌খাই মূৰ তুলি চালে। মুখখনৰ ৰং যেন মুহূৰ্ততে সলনি হৈ গ'ল। শোৱনিকোঠাৰ ভিতৰ সোমাই গৈ ভাগৰেৰে চাল-পীৰাখনত বহি পৰি বেৰখনত আউজি চকু মুদিলে।

অপেশ্বৰী আচৰিত হ'ল। এই কেইদিনতে লক্ষ্য কৰিছে ভোটাই ডেকাৰ স্বভাৱ। নাৰীৰ সহজাত গুণেৰে নিজক পলকতে প্ৰস্তুত কৰি ল'লে আৰু কাষ চাপি গৈ ওচৰত আঠু কাঢ়ি বহি সুধিলে,—"গা-মূৰ অসুখ কৰিছে নেকি ?"

অপেশ্বৰীৰপৰা ইমানখিনি আশা কৰা নাছিল ভোটায়ে। প্ৰবল প্ৰতাপান্বিত পৰ্বতীয়া ফুকনৰ জীয়ৰীয়ে ইমান সহজে নিজে ধৰা দিব, সেই কথা আছিল সপোনৰ অগোচৰ।

চকু মেলি চালে ভোটায়ে। অপেশ্বৰীয়ে লক্ষ্য কৰিলে চকুৰ কোণ দুটা যেন তিতি যাব খুজিছে। অসহায়ভাৱে ফুচফুচাই কোৱাদি ক'লে অপেশ্বৰীয়ে,—"মোৰ যে ইমান ভয় লাগিছে।"

ভোটাই ডেকা যেন হঠাৎ সচেতন হৈ উঠিল। পুৰুষৰ পুৰুষালি নাৰীক ৰক্ষা কৰা। ভয়ৰপৰা বচোৱা।

গাৰ কাষত পৰি থকা সোঁহাতখনত ধৰাৰ লগে লগে লেতু-সেতুহৈ অপেশ্বৰী বুকুৰ মাজত সোমাই পৰিল। দুই হাতেৰে সাবটি ধৰি ভোটায়ে মৰমেৰে সুধিলে,—"ভয় কিহৰ ? অকলে থকাৰ কাৰণে ?"

মাত্ৰ এবাৰ মূৰটো লবোৱাৰ চেষ্টা কৰিলে অপেশ্বৰীয়ে। পৰম আবেশেৰে নিথৰ হৈ বুকুৰ মাজত সোমাই থাকিল। যেন খন্তেকৰ ভিতৰতে টোপনি আহিল। উশাহ নিশাহৰ লগে লগে উঠা নমা কৰা বুকুখনৰ কঁপনি যেন অনুভৱ কৰিলে ভোটায়ে। পিঠিত পৰি থকা চুলি কোছাত হাত ফুৰাই ফুৰাই ক'লে,—

"একো ভয় নাই। মই আছো নহয়।"

সেই দিনাই সন্ধিয়া। ভৰা কলঙত দেৱীক বিসৰ্জন দি অহাৰ পিছত কলিয়াবৰৰপৰা কটকী পালেহি। বৰফুকন ডাঙৰীয়াই পেৰা কাকতত লিখি পঠাইছে—



"শইকীয়া,

কথাটো সমূলি ভাল নহ'ল। খহুৱা গোঁহাইৰ লগত মন-থিৰৰ সম্বন্ধটো তুমি দেখোন জনাই। ঘটনাই কি ৰূপ লয় মই দেখোন ধৰিবই পৰা নাই। গড়গাৱঁলৈ মোৰ ফালৰ পৰাও বতৰা দিয়া হৈছে।

মহামায়াক দৰশন কৰাৰ ইচ্ছা আছিল যদিও সন্দেহৰ ভেটিটো আৰু বেছি দৃঢ় হয় বুলি তোমাৰ অনুৰোধ ৰক্ষা নকৰিলো। আমি এতিয়া সাৱধানে থকাহে কথা—"

ফকীৰ ককাই সাধু কৈছিল। দেৱতাৰ জন্ম আৰু মৃত্যুৰ সাধু।

সোণৰ জখলাৰে মুংৰিমুংৰামৰপৰা এদিন খুনলুং আৰু খুনলাই পৃথিৱীলৈ নামি আহিল। মুক-তুন-চুনখাম পাই, পাহৰি এৰি অহা চোমদেও দেৱতাক আনিবলৈ খুনলুং উভতি গ'ল স্বৰ্গলৈ। খুনলাইৰ বংশধৰ চাওফা চুকাফাই চৰাইদেওত বগা ঘোৰা বলি দি ৰাজধানী পাতিলে।

চুকাফাৰপৰা চুহুম্মুংলৈ মাত্ৰ সেইকেইটা দিন। বৰাহী, চুতীয়া আৰু কছাৰীক বৰাই ৰাজ্যৰ ভেটিটো কোনোমতে মাথোন বান্ধি উঠিছিল তেনেতে নদ-নদী পাৰ হৈ আহি ওলাল তুৰ্বক। স্বদেশৰ মান ৰাখি মূলা গাভৰুৱে নিজহাতে হেংদান ধৰিব লগা হ'ল। নগাকোঁৱৰৰ কনচেং বৰপাত্ৰ গোহাঁয়ে কৰতোৱাত খাণ্ডা পখালি জগন্নাথত জয়দৌল সজালে।

তাৰপিছতেই লেংদনৰ পৱিত্ৰ হেংদাঙত পিতৃহত্যা মহাপাপৰ চেকা লাগিল। বাপেকক মাৰি পুতেক চুক্লেনমুং ৰজা হ'ল।

চৰাইদেওৰপৰা ৰাজধানী গড়গাওঁলৈ তুলি আনি নাম থ'লে গড়গঞা ৰজা। সেই পাপৰ ফলত কোঁচৰাজ নৰনাৰায়ণৰ ভায়েক চিলাৰায়ে কামৰূপ উজাৰ কৰি গড়গাওঁ চহৰলৈকে আহোমক খেদি আহিল।

তাৰপিছত, বুঢ়াৰজা প্ৰতাপ সিংহ। স্বৰ্গদেও নহয় যেনিবা মহাদেও। বৰবৰুৱা মোমাই তামুলী সাক্ষাৎ নন্দী। বৰনদী আৰু অসুৰৰ আলিত অসম আৰু মোগলৰ সীমা বান্ধি আৰম্ভ কৰিলে অসমীয়া গাওঁ আৰু সমাজ সংগঠনৰ কাম।

বুঢ়া ৰজাৰ মৃত্যুৰ পিছত ৰাজপাটত বহিল পুতেক জয়াদিত্য। লগে লগে অসমৰ সিংহাসনত দ্বিতীয়বাৰৰ বাবে পাপৰ চেকা লাগিল। মহাপাপী জয়াদিত্যই লৰিমাকৰ সৈতে সহবাস কৰিলে। ধীৰে ধীৰে কাৰেংঘৰৰ লাইখুটাত পাপৰ পোকে বাঁহ ললে।

এদিন স্বৰ্গদেও ঈশ্বৰ চৰাইদেওলৈ গৈছিল, গছৰ ওপৰত মানুহ তুলি ডাঙৰীয়াসকলে আকাশীবাণী কোৰালে—"ৰজাহে তই এনে অকৰ্ম কৰ? অচিৰে তোৰ শ্ৰীহত হ'ব।"

ৰজাই ভয় খালে। পাপ কৰাৰ কাৰণে ভয় নহয়, শ্ৰীহত হোৱাৰ ভয়। সিংহাসনৰপৰা নামি যোৱাৰ ভয়। লৰিমাকক এৰি ৰজাই অন্য এজনীক ৰবকুঁৱৰী পাতিলে।

তিৰোতা সেকুৱা ৰজা এইবাৰ আকৌ ৰবকুঁৱৰীৰ তল হ'ল। কুঁৱৰীৰ এটা কথাত চকু মুদি উঠা-বহা কৰিবলৈ ধৰিলে।

এদিন ৰাতিপুৱা। টোপনিৰপৰা খকামকাকৈ সাৰ পাই উঠি গড়গাওঁ চহৰৰ মানুহে দেখিলে চহৰখনৰ মুখৰ ৰং ৰাতিটোৰ ভিতৰতে সলনি হৈ গ'ল। চাৰিওফালে বু-বু বা-বা লাগিল। কোনেও ধৰিবপৰা নাই কি হৈছে। চহৰৰ চাৰিওখন দুৱাৰ বন্ধ। ভিতৰলৈ ওলোৱা-সোমোৱাৰ কেনিও বাট নাই। কিন্তু—



"মেৰঘৰৰো জানো ছিদ্ৰ নাছিল?" উদ্ধৱ ফকীৰে কৈছিল! "যি ছিদ্ৰৰে পাৰ হৈ আহি কালীনাগে লখীন্দাৰক খুটি মাৰিছিল সেই একেটা ছিদ্ৰৰেই সিপাৰৰপৰা ইপাৰ হৈ আহে ডাঁৰৰ বাতৰি ডাঁৰে।"

উদ্ধৱ ফকীৰ সেইসময়ত আছিল গড়গাওঁত। চূণ পোৱা দুৱাৰৰ দুৱৰী ভদৰকলাৰ ঘৰত গভুৱা খাটিছিল। জাৰি-ফুকি মানুহৰ গাত লগা দেওভূত খেদাই, কঁড়ি মাৰি মঙল চাই, গছৰ পাত শিপা ছাল আৰু মন্ত্ৰৰ ঔষধেৰে ৰোগী ভাল কৰি কেইদিন-মানৰ ভিতৰতে ডাঙৰ বেজ হৈ পৰিছিল উদ্ধৱ ফকীৰ।

এদিন অন্য দিনাৰ দৰে বহা ভাঙৰ খোলাত বহি উদ্ধৱ ফকীৰে দেবেৰাক সুধিলে—"হয়নে দক্ষিণপটীয়া ৰজা বোলে পাটৰপৰা নামিল?"

দেবেৰাই ভাঙৰ চিলিমত দীঘলকৈ টান মাৰিছিল, ধোঁৱা-বিলাক মুখৰপৰা সো-সোকৈ এৰি দি ক'লে,—"নামিল নহয় অ', নামিব! তিনি বৰমুৰীয়াৰ মেল বহিছে। কথা হৈছে—এইজনা ৰজা ভাঙি—"

দক্ষিণপটীয়া দেবেৰা আছিল তেতিয়া ভিতৰুৱাল ফুকনৰ তামুলী লিগিৰা। পুৱা-সন্ধ্যা ঘৰৰপৰা আহোতে আৰু যাওতে ভাঙৰ খোলাত একোবাৰকৈ বহাটো তাৰ অভ্যাস। তাৰ মুখৰপৰাই কাৰেঙঘৰৰ ভিতৰুৱা খবৰ শুনে উদ্ধৱ ফকীৰে।

দেবেৰাৰ মুখলৈ ৰ লাগি উদ্ধৱ ফকীৰে কিছুসময় চাই থাকিল। তামুলী লিগিৰা নহয়, চেহেৰাই পাতিয়ে দেবেৰা যেন কোনোবা ফুকন-ৰাজখোৱাহে। ভিতৰুৱাল ফুকনৰ চ'ৰাত থকাৰ কাৰণে চমুৱা বিষয়াৰ স্বভাৱ-চৰিত্ৰও যেন তাৰ গালৈ সুঁচৰিব খুজিছে।

দেবেৰাৰ মুখলৈ চাই থাকি হঠাৎ ফকীৰে ক'লে,—"নতুন ৰজা হ'লে তোমাৰ বাৰু কি লাভ হ'ব দেবেৰা?"

"মোৰ ? মোৰ আৰু কি লাভ হ'ব ফকীৰ ? বেল পকিলে কাউৰীৰ কি লাভ হয় ?"

"ওহো, তুমি নাজানা—" ফকীৰে ক'লে,—"তোমাৰ কপালে কৈছে এইজন ৰজা পাটত উঠাৰপৰা তোমাৰো কপাল ফুলিবলৈ আৰম্ভ কৰিব—"

"মোৰ ?" দেববাৰ বুকুত হঠাৎ আনন্দৰ শিহৰণ উঠিল। বুকুখনৰ ভিতৰ ফালেদি কিবা এটা বগাই পাৰহৈ যোৱা যেন সি অনুভৱ কৰিলে। উত্তেজনা দমন কৰি ভয়ে ভয়ে ক'লে,—"আমাৰ দৰে লিগিৰা লিক্‌চৌৰ কপাল আৰু কি ফুলিব ফকীৰ ? আমি হৈছো আঠুৰাৰ তলৰ মহ—"

ফকীৰে যেন দেবেৰাৰ ভাগ্য নতুনকৈ গণনা কৰিবলৈ ধৰি সুধিলে—"বাৰু কোৱাচোন ৰজা ভাগে কিয় ?"

"তুমি জানো নাজানা—" দেবেৰাই ক'লে,—" বৰকুঁৱৰীৰ ল'ৰা-লুৰি কেও নাই। আগৰটো গিৰীয়েকৰ ফালৰ ল'ৰা এটাক পো বুলি লৈছিল, গ'ল ৰাতি সিও ঢুকাল—"

নতুনকৈ ভাং এচিলিম লগাবলৈ ফকীৰে কুটনা-কটাৰী যোগাৰ কৰি লৈছিল। তত্ত্ব কথা কোৱাৰ সুৰত ক'লে,—"মানুহ ঢুকায়েই দেবেৰা। ঢুকাবলৈকে সিহঁতৰ জন্ম। পাৰোতে জানো যুধিষ্ঠিৰে ধৰ্মক কৈছিল—অহৰহ মানুহ মৰি থকা দেখিও আমি ভাবিছো—"

"আঃ আগতে মোৰ কথা শুনা" দেবেৰাই ধমক দি উঠি ক'লে,—"বৰকুঁৱৰীয়ে খাটনি ধৰিছে, ডাঙৰীয়াসকলৰ ল'ৰা নটাকো তোলনীয়া পোৰ মৈদামত দিব লাগে।"

"মৈদামত ?" ফকীৰে যেন এইবাৰ কথাৰ গুৰুত্ব বুজি পালে। "হে ভগৱান, কিয় ?"



"কিয় কিবা মই জানোনে ?" দেবেৰাৰ টিঙিচ কৰে খং উঠি গ'ল। "তুমিয়েই ভাবাচোন, নিজৰ ইচ্ছামতে যিহকে মন যায় তাকে যদি কৰিবই নোৱাৰি, ৰজাটো কিহৰ ?"

"হয়েই।" ফকীৰে ক'লে,—"ডাঙৰীয়াসকল তেন্তে সন্মত হ'ল ?"

"নাই হোৱা কাৰণেইতো গড়গাওঁ চহৰ তল-ওপৰ হৈছে বেঙা ! ৰজাই ক'লে বুলিয়েই নিজৰ বুকুৰ আগমণ্ডহ ডোখৰক কোনোবাই জীয়াই জীয়াই পুতি থবলৈ দিবনে ? তাতকৈ তেনে ৰজা নালাগেই। এনে অনাচাৰী ৰজা সিংহাসনত থকাৰেই যোগ্য নহয়।"

"নহয়তো।" ভাঙৰ চিলিমটো দেবেৰাৰ ফালে আগুৱাই দি ফকীৰে সুধিলে—"এতিয়া তেন্তে কোন ৰজা হ'ব ?"

"কিয়, তুমি ?" কৈয়েই হো-হোকৈ দেবেৰাই হাঁহি দিলে। দেবেৰাৰ মৰসাহ দেখি ফকীৰে ভয় খাই গ'ল। চোৰাংচোৱাই হয়তো উৱা লৈ ফুৰিছে,—জুই আঙনিৰে সৈতে এনেকৈ খেলা কৰা—"

দেবেৰা হাঁহি হাঁহি আঁতৰি যাব খুজিছিল, মূৰটো হাওলাই কাণৰ কাষলৈ মুখ নি ক'লে,—"ডাঙৰীয়াসকলে জয়াদিত্যৰ ভায়েক থানুৱা গোহাঁইক ৰজা পাতিব খুজিছে।"

"থানুৱা গোহাঁই ?" উচপ খাই উঠিল যেন উদ্ধৱ ফকীৰ। উদফাঁই ৰোগত কোঙাহৈ থাকে মানুহটো। কমাৰৰ ভাটিৰ দৰে হেন্দুলি হেন্দুলি উশাহ লয়। সেই হেন থানুৱা গোহাঁই ৰজা হৈ কৰিব কি ?

দেবেৰাই ক'লে,—"বেমাৰী হওক, আজাৰী হওক, সি যে ৰজাৰ ল'ৰা ফকীৰ ! বুঢ়া ৰজা প্ৰতাপ সিংহ স্বৰ্গদেৱৰ পো।"

"অৰণ্যে, অৰণ্যে—" ফকীৰে ব্যঙ্গ কৰি ক'লে—"ফটা হওক ছিটা হওক সি যে পাটৰ টঙালি। সাত ঘৰীয়া আহোমৰ ল'ৰা !! চুকাফাৰ বংশধৰ !!! নহয় জানো ?"

দেবেৰাই মূৰ দুপিয়াই সম্মতি জনালে আৰু সুধিলে—"থানুৰা গোহাঁয়ে কেইদিন ৰাজত্ব কৰিব গণনা কৰি ক'ব পাৰিবানে ফকীৰ ?"

"কিয় নোৱাৰিম ?" তপৰাই ক'লে ফকীৰে। "গণনা নকৰা-কৈয়ে মই কৈ দিব পাৰো। কওঁ ?"

দেবেৰাই হঠাৎ ক'বলৈ মানা কৰিলে—"নালাগে ফকীৰ, তুমি ক'ব নালাগে। সময়ে নিজে কওক। তুমি ক'লে দায় লাগিব। কিন্তু ভৱিষ্যতে যেতিয়া নিজে ক'ব দায়-দোষ ধৰে কোনে ?"

উদ্ধৱ ফকীৰে কিবা এটা ক'ব খুজিছিল তাৰ আগতেই কোঠাটোলৈ উধাতু খাই সোমাই আহিল পখিলা।

"তোমালোকৰ ফেদেলী পুৰাণখন এতিয়া থোৱাচোন ভিনিহী। পখিলাই উদ্ধৱ ফকীৰক যেন শাসন কৰি ক'লে,—"ঘৰত সিপিনে হুৰা-হুৰা লাগিছে।"

"হুৰা-হুৰা ?"

"ও। বাই জলাহলৈ গৈছিল, পৰুৱাই পালে।"

দেবেৰাৰ দুষ্ট চকুহাল পখিলাৰ গাভৰু দেহটোৰ ওপৰত পিয়াপি দি ঘূৰি ফুৰিছিল, কথা পতাৰ সুবিধা উলিয়াবৰ কাৰণে সুধিলে,—"পৰুৱাই কাক পালে পখিলা ? তোক নে বায়েৰক ?"

ভঙুৰা মানুহক চকু পাৰি দেখিব নোৱাৰে পখিলাই। বিৰক্তিৰে এবাৰ দেবেৰাৰ মুখলৈ চাই ভিনিহীয়েকক তাগাদা দিলে,—"সোনকাল কৰা ভিনিহী ! তোমালোকৰ ভঙুৰা মেল এৰা।"

কেইটামান মুহূৰ্তৰ ভিতৰতে উদ্ধৱ ফকীৰ সাজু হ'ল। এহাতত ভূত জৰা সৌকাদাল আৰু অন্যটো হাতত পুথি পাঁজি থকা জোলোঙাটো লৈ বাহিৰ ওলাই গ'ল। পাছে পাছে পখিলা।



প্ৰতিটো খোজত কঁপি কঁপি উঠা তাইৰ মঙহাল কলাফুল হালে জুহালৰ গুৰিত থৰহে বহি থকা দেবেৰাক যেন বিদ্ৰূপ কৰি গ'ল।

ভিতৰুৱাল ফুকনৰ তামুলী লিগিৰা দেবেৰাৰ মনত ধীৰে ধীৰে একুৰা জুই জ্বলি উঠিল।

অলপ সময় তভক মাৰি থাকি দেবেৰাও গৈ ভিতৰ চোতাল পালেগৈ। ভঁৰালঘৰৰ আগচালিখনত এজাক মানুহ থুপ খাইছে। মাজত পৰি আছে এঙাৰ ক'লা মানুহ এজনী। মুখত গুটি আই ওলোৱাৰ চিন। কপাল আৰু শিৰত এলেপাকৈ তেজৰঙা সেন্দূৰৰ ফোঁট। চকুহাল জুইৰ আঙঠাৰ দৰে ৰঙা হৈ পৰিছে। মাজে মাজে মানুহজাকৰ মাজত কাৰোবাক বিচাৰে আৰু ভ্ৰম বকে।

উদ্ধৱ ফকীৰে একাষত জ্বলি থকা জুইকুৰাত শুকান জলকীয়া কেইটামান আৰু সৰিয়হ এমুঠি পেলাই দি বিৰ-বিৰকৈ মন্ত্ৰ মাতিবলৈ ধৰিলে। এবাৰ মানুহজনীক সুধিলে,—"ক, ক'ৰপৰা আহিছ ?"

"দিখৌ নৈৰ পাৰৰ শিমলুজোপাৰপৰা।" ভয়ে ভয়ে কও-নকওকৈ মানুহজনীয়ে ক'লে।

"ইয়াত মই আছো বুলি নাজান ?" উদ্ধৱ ফকীৰে দাঁত কৰচি সুধিলে। "কিয় আহিছিলি ? যাবিনে নাযাব ?"

"মই এইজনীক লৈ যাবলৈহে আহিছো। নাযাওঁ।" হঠাৎ ভূতে দেবেৰাৰ চকুত চকু থ'লে আৰু ক'লে। দেবেৰাৰ ভয় লাগি গ'ল।

"নাযাব ?" উদ্ধৱ ফকীৰে চকু ৰঙা কৰি সুধিলে।

"নাযাওঁ।" ভূতে আজল্ মঠালি ধৰিলে। লগে লগে বেজৰ হাতত থকা সৌকাদালৰ কোব পৰিল ভূতৰ পিঠিত। এছাট-

তুছাটকৈ কেইবা ছাটো। ভূতে কেৰেপকে কবা নাই। মাত্ৰ ওহ্-আহ্ কৰিলে। শেষত বেজৰ আদেশত কেইবাটাও মানুহে মানুহজনীক হাতভৰি লবাব নোৱাৰাকৈ হেচা মাৰি ধৰিলে। উদ্ধৱ ফকীৰে জুইত নতুনকৈ কেইবাটাও শুকান জলকীয়া পেলাই ভোলৰ জিম এটা ভূতৰ নাকৰ কাষত ধৰি ধোঁৱা দিবলৈ ধৰিলে। কাহি কাহি হায়ৰাণ হ'ল ভূত। চিঞৰি বাখৰি সৈ কাঢ়িলে, "মই যাম ঔ যাম।"

"যা, কিন্তু চিন থৈ যাব লাগিব।"

"কি চিন?"

"আমজোপাৰ দাল এটা ভাঙি থৈ যা।"

"ইমান ডাঙৰ দাল নোৱাৰো। অমিতা জোপাকে ভাঙো।"

"বাৰু যা।" হাতৰ সৌকাদালৰে বেজে গাৰ জোৰেৰে উৰাই ঘূৰাই পিটিবলৈ ধৰিলে ভূতক। মাৰৰ কোৰত তৰণি নাপাই 'মৰিলো' 'মৰিলো'কৈ চিঞৰি ভূত উঠি দৌৰ মাৰিলে। গছবিলাকৰ মাজত থকা অমিতা জোপা দুই হাতেৰে বগৰাই পেলাই পানীৰঘাটৰ ফালে যাব খুজিছিল কিন্তু বেজে গৈ পাছফালৰ পৰা চুলিকোছাত থাপ মাৰি ধৰিলে। লগে লগে গুৰি কটা গছৰ দৰে ধাচ্ কৰে মাটিত পৰিল আৰু অচেতন হৈ পৰি ৰ'ল।

সকলো মানুহৰ লগতে দেবেৰাও ইমান পৰে আবাক বিস্ময়েৰে উদ্ধৱ ফকীৰে ভূত জৰা চাই আছিল। এতিয়াহে যেন তাৰ গালৈ চেতন আহিল।

উদ্ধৱ ফকীৰৰ ঘৰলৈ বহুত দিন অহা-যোৱা কৰিলেও দেবেৰাই ফকীৰৰ ঘৈণীয়েকক ইমান দিনে দেখা নাছিল। কোনোবা দিনা চকামকাকৈ দেখে এমুঠন মান দীঘল ওৰণি এখন লৈ পাত কটা জখলাৰ দৰে ওখ মানুহ এজনী ছাৎ কৰে ওলাই যায় বাহিৰা ঘৰটোৰ



পৰা। মাতটো কিন্তু সদায় শুনে দেবেৰাই। পিতলৰ ফুটা কলহত মৰাৰ দৰে টংটঙাই উঠে। উদ্ধৱ ফকীৰৰ অকৰ্মণ্যতা আৰু নিৰ্বুদ্ধিতাৰ বাবে নেওঠনীৰ দৰে ৰেপি ৰেপি কথা শুনায়।

আজি সোঁশৰীৰেৰে সেইজনী মানুহৰ মুখখন দেখি উদ্ধৱ ফকীৰৰ প্ৰতি পুতৌ উপজিল দেবেৰাৰ। উদ্ধৱ ফকীৰৰ দৰে এটা মানুহ এইজনী মানুহৰ বাবে গভুৰা খাটিছে কিহৰ লোভত সি বিচাৰি নাপালে। সেইজনী মানুহৰে ভনীয়েক পখিলা বুলি ধৰিবই নোৱাৰি। শুকান জেওৰাৰ দৰে মানুইজনীৰ ভনীয়েক পখিলা হাতী পোৱালিৰ দৰে মঙহাল। তেজগোৰা নহ'লেও পাখিলাৰ কলীয়া মুখখন অদ্ভুত শুৱনি।

উদ্ধৱ ফকীৰলৈ হঠাৎ ভয় লাগি গ'ল দেবেৰাৰ। মায়ঙীয়া বেজ উদ্ধৱ ফকীৰে কৰিব নোৱাৰা কাম আছে কি? পখিলাক যদি সি—

ঈৰ্ষাৰ জুইত পৰি দেই পুৰি মৰিবলৈ ধৰিলে দেবেৰা।

সময়ে সঁচাকৈয়ে বৰ সোনকালেই কৈ দিলে,— থানুৱা গোহাঁই ৰজা হোৱাৰ সমূলি লায়কৰ নহয়।

"মই আগতেই নকৈছিলো দেবেৰা" উদ্ধৱ ফকীৰে ক'লে,— "টঙালি পাটৰ হ'লেই নহয়। ৰজা হ'বলৈ হ'লে দেহত থাকিব লাগে বল—"

"মাত্ৰ দেহেই নহয় ফকীৰ! থানুৱা গোহাঁইৰ মনো দুৰ্বল।" দেবেৰাই ক'লে,—"ৰজা হ'ল তিৰীৰ হাতৰ পুতলা—"

"বেমাৰ দেখোন সেই একেটাই?"

"একেটাই। কিন্তু—"

দুৱাৰ ৰখীয়াই দুৱাৰ মেলা গম পাই দুৱাৰমুখলৈ চালে দেবেৰা আৰু ফকীৰে। দেখিলে—কেইবাটাও টাঙোনধৰাই খোজত খোজ মিলাই চহৰৰ বাহিৰ হৈ আহিছে। মাজত চাৰিটা দোলাভাৰীয়ে কঢ়িয়াই আনিছে সুসজ্জিত কেঁকোৰাদোলা। পাছে পাছে ৰাই-ডগীয়াহঁত।

"স্বৰ্গদেও ??" উদ্ধৱ ফকীৰে ভয় খাই যেন উচ্চাৰণ কৰিলে।

"স্বৰ্গদেও এনেকৈ চহৰৰ বাহিৰ ওলায়নেকি বেঙা? দেবেৰাই ক'লে, "স্বৰ্গদেও বাজলৈ ওলালে, গোহাঁই, ফুকন, বৰুৱা কাৰো গাত তত নোহোৱা হব। গায়ন বায়নে যোৰা পাতি দোলা কাষৰীয়া ছেও মাৰিব। লগত আহিব শই শই হাতী, ঘোৰা, ৰণুৱা আৰু কাঁড়ী পাইক। ঘোৰাত উঠি হাতত খোলা তৰোৱাললৈ আগে আগে যাব কুৰিটাকৈ ধোঁৱা চোঁৱৰ—"

"তেন্তেনো এইজন কোন?"

"কুকুৰেখোৱা গোহাঁই।"

"কুকুৰেখোৱা?"

"ও। মাজু ৰাণী দাঁতিনীৰ পুতেক। ভৱিষ্যত অসমৰ স্বৰ্গদেও।"

উদ্ধৱ ফকীৰে ৰাজআলিলৈ চালে। গড়গাওঁ চহৰৰ ভিতৰ সোমাবলৈ বিপৰীত ফালৰপৰা আগবাঢ়ি আহিছে এটা হাতী। আহি আহি সি এঠাইত ৰৈ যাব লগা হ'ল। দোলাকাষৰীয়া বৰুৱাই ৰজাৰ ল'বাৰ আদেশ শুনালে—"কোঁৱৰৰ আদেশ, হাতীৰপৰা আৰোহী নামি যাব লাগে। যেতিয়ালৈকে দোলা পাৰহৈ নাযায় হাতী যাব নোৱাৰে।"

"হাতীৰ পিঠিত থকাজন কোন?" উদ্ধৱ ফকীৰে আগ্ৰহেৰে সুধিলে।



"এলাগী কুঁৱৰীৰ পুতেক খহুৱা গোহাঁই।"

"খহুৱা গোহাঁই?"

"ও। আচলতে নাম হ'ল চাওচাম। সৰুতে গুটি আই ওলাইছিল। গাৰ ছাল খহুলা ভেকুলীৰ দৰে খহটা হোৱা বাবে উপলুঙাকৈ মানুহে মাতে খহুলা বুলি।"

কুকুৰেখোৱা গোহাঁয়ে দোলাৰ জলম আঁতৰাই বাহিৰলৈ চালে। হাতীৰ পিঠিত বহি থকা খহুৱা গোহাঁইৰ গাত চকুপৰাৰ লগে লগে গোমোঠা হৈ পৰিল মুখ। মুখৰ জোকাৰনিৰ পৰাই দেবেৰা আৰু ফকীৰে অনুমান কৰিলে, তেওঁ যেন কৈছে—"লাগী কুঁৱৰীৰ পুতেকৰ মুখৰ আগত হাতীত উঠি থাকিবলৈ তোৰ ইমান সাহ? হাতীৰপৰা নামি খোজকাঢ়ি যা।"

হাতীটো বইত্ হ'ল। খহুৱা গোহাঁই হাতীৰ পিঠিৰপৰা নামি অহাৰ লগে লগে পাগলৰ দৰে অট্টহাস্য কৰি উঠিল কুকুৰে-খোৱা গোহাঁয়ে।

"এই পাগলটো অসমৰ ৰজা হ'লে কেনেকুৱা হ'ব ভাবাচোন ফকীৰ!" দেবেৰাই ফুচফুচাই ক'লে,—"তাৰ উদ্ভণ্ডালিয়ে এতিয়াই দেখোন সীমা চেৰাই গৈছে।"

"পৃথিৱীৰ সকলোৰে এটা সীমা আছে দেবেৰা!" ফকীৰে গম্ভীৰ হৈ ক'লে,—"মানুহৰ উদ্ভণ্ডালি আৰু মইমতালিয়ে মাত্ৰ তাৰ মৃত্যুৰ আগলি বতৰাহে কঢ়িয়াই আনে।"

কুকুৰেখোৱা গোহাঁই সদলবলে আগুৱাই গ'ল। বাটৰ একাষত থিয় হৈ ৰৈ থকা খহুৱা গোহাঁইৰ কাষেৰে পাৰহৈ যাওতে সিহঁতে টিটকাৰী মাৰিলে। নিথৰ হৈ দলটো যোৱাৰ ফালে চাই থাকি এসময়ত লগৰীয়াজনৰ সৈতে হাতীৰ পিঠিত পুনৰ উঠি বহিল খহুৱা গোহাঁই।

"লগৰজন কোন?" ফকীৰে সুধিলে

"মনথিৰ। খহুৰা গোহাঁইৰ বন্ধু।"

উদ্ধৱ ফকীৰে খহুৰা গোহাঁইক বৰ মনোযোগেৰে লক্ষ্য কৰিলে আৰু অভাৱনীয় ঘটনা এটা ধৰা পেলোৱাৰ উৎসাহেৰে হঠাৎ এবাৰ ক'লে,—"মই ভৱিষ্যত বাণী কৰিছো দেবেৰা, চাই থাকিবা, খহুৰা গোহাঁই এদিন অসমৰ ৰাজপাটত বহিব।"

"খহুৰা গোহাঁই?" দেবেৰা আচৰিত হৈ গ'ল। "খহুৰা গোহাঁইৰ গাত তুমি কি ৰাজলক্ষণ দেখিলা ফকীৰ? তুমিয়েই দেখোন কৈছিলা ৰজা হ'বলৈ গাত বল থাকিব লাগে। মুখৰ আগত এটা মানুহে অপমান কৰি গ'ল, সি এটা শব্দও নকলে, হাতৰ চমতা কাঢ়ি গাইমুখে মাৰিব নোৱাৰিলে সি—"

"সেই কাৰণেইতো কৈছো দেবেৰা! ডাঙৰ মানুহ হ'বলৈ মানুহৰ জীৱনত থাকিব লাগে অপৰিসীম ধৈৰ্য্য। অলপতে যি নিজক হেৰুৱাই নেপেলায়, থলে-অথলে নিজৰ বল আৰু সাহস দেখুৱাই নুফুৰে কিন্তু সময়ৰ বোকোচাত উঠি অহা সুযোগলৈ পৰম ধৈৰ্য্যৰে বাট চাই থাকে, সি এদিন—"

"কিন্তু—"

উদ্ধৱ ফকীৰে বিদ্ৰূপৰ হাঁহি মাৰিলে আৰু ক'লে,—"থানুৱা গোহাঁই ৰজা হওতে কোনেওতো ইমান দকৈ ভবা নাছিল দেবেৰা! থানুৱা গোহাঁইৰ ঠাইত খহুৰা গোহাঁয়েই যেনিবা অসমৰ সিংহাসনত বহিব তাত কাৰ কি ইমান লোকচান হয়?"

"অৱশ্যে, অৱশ্যে ফকীৰ—" দেবেৰাই লৰালৰিকৈ ক'লে।

উদ্ধৱ ফকীৰে কথাৰ সুৰ সলনি কৰি ক'লে,—"পৃথিৱীত সকলোতকৈ ডাঙৰ কথা হ'ল মানুহৰ কপাল দেবেৰা! ভাগ্যৰ কঁড়িখেলত যোগ্য-অযোগ্যৰ প্ৰশ্ন নুঠে। যোগ্যজন কৰবাতে পৰি



থাকে, অযোগ্য আৰু অপদাৰ্থৰ ভৰিৰ কাষত হেজাৰ-বিজাৰ মানুহে কেতিয়াবা আঁঠু লয়।"

"অৱশ্যে ফকীৰ—" দেবেৰাই ক'লে,—"খহুৰা গোহাঁই হয়তো অন্য ধাতুৰে গঢ়া। ৰজাৰ কোঁৱৰ হ'লেও ৰাজকাৰেঙত সুখেৰে থাকিবলৈ তেওঁ পোৱা নাই—মাহীআইৰ অত্যাচাৰত ঘৰ এৰি অনাই বনাই ফুৰিছে। সেই কাৰণেই হয়তো—"

সেই কাৰণেই চাওচাম গোঁহাই আছিল নিমাখিত।

নৰীয়া ৰজাৰ তিনি গৰাকী কুঁৱৰী। এগৰাকী সৰিয়হ বুঢ়া গোহাঁইৰ ভনীয়েক। অন্য এগৰাকী তেওঁৰে জীয়েক। পেহী আৰু ভতিজা-জীৰ সম্বন্ধ গুচি সতিনীৰ সম্বন্ধ হোৱা দিন ধৰি তেওঁলোকৰ মাজত ঈৰ্ষা আৰু কন্দলে বাঁহ ল'লে। মাজুকুঁৱৰী দাতিনী দন্দুৰী আৰু উগ্ৰ স্বভাৱৰ। সৰুকুঁৱৰীৰ পুতেক চাওচাম গোহাঁই কেনেবাকৈ ৰজা হয় বুলি ৰাতিও তেওঁৰ টোপনি নাহে।

দাতিনীৰ পুতেক হ'ল কুকুৰেখোৱা গোহাঁই। ৰজা হ'ব পৰা ক্ষমতা আৰু যোগ্যতা নাথাকিলে কি হ'ব, মাকৰ মন্ত্ৰণা আৰু উচটনিত উৎফুল্লহৈ উঠিছে। গোহাঁই-ফুকন কাকো গণিতা নকৰে। সকলো যেন তেওঁৰ ভৰিৰ ধুলি।

চিকাৰ হ'ল—কুকুৰেখোৱা গোহাঁইৰ বৰ প্ৰিয়। হাতীৰ পিঠিত উঠি লগৰীয়াৰ সৈতে কেইবাদিনীয়াকৈ তেওঁ চিকাৰলৈ যায়। গাওঁ ভূঁই, হাবি বননিয়ে ফুৰি এসময়ত কাৰেঙলৈ উভতি আহে। লগত লৈ আহে অপবাদ আৰু অপযশ। তেওঁৰ উদ্ভণ্ডালি আৰু অত্যাচাৰত প্ৰজাই ত্ৰাহি মধুসূদন সুৰঁৰিবলৈ ধৰিলে।

এদিন বৰৰাণীৰ বাপেক লাকুবৰপাত্ৰ গোহাঁয়ে স্বৰ্গদেৱক ক'লেহি—"স্বৰ্গদেও ঈশ্বৰ! দায়দোষ নধৰে যদি বন্দীয়ে কথা এটা কয়।"

নৰীয়া ৰজা ৰ'দ কাঁচলিত বহি ৰ'দ পুৱাই আছিল। অভয় দি শহুৰেকক সুধিলে—"কি কথানো ডাঙৰীয়া?"

বৰপাত্ৰ গোহাঁয়ে ভয়ে ভয়ে আৰম্ভ কৰিলে—"বৰকোঁৱৰৰ নামত অলেখ অপযশৰ কথা শুনা হৈছে।"

"কাৰ?" স্বৰ্গদেৱে যেন বুজি নাপাই সুধিলে।

"বৰকোঁৱৰৰ স্বৰ্গদেও!" বৰপাত্ৰ গোহাঁয়ে ক'লে,—"গোহাঁই, ফুকন সকলোকে ভৰিৰ উজুতিতে নিব খোজে। ফুকনসকলৰ দোলাত কুকুৰ তুলি পহু মাৰিবলৈ যায়। তেওঁলোক খাবলৈ বহিলে চৰাইলৈ বুলি বাটলুগুটি মাৰে—"

"সেইবিলাক ল'ৰা ধেমালি ডাঙৰীয়া!" স্বৰ্গদেৱে কথাত অকণো গুৰুত্ব নিদিলে। বৰপাত্ৰ গোহাঁয়ে সাহসত ভৰ দি ক'লে,—"কোঁৱৰ এতিয়া আৰু ল'ৰা হৈ থকা নাই স্বৰ্গদেও! যোৱা নিশা দিখৌ মুখৰ গাভৰু এজনীক বলেৰে জাতিভ্ৰষ্ট কৰিছে। এতিয়াই যদি শাসন নকৰে—"

"হৈছে, হৈছে—" ভিতৰ চ'ৰাৰপৰা দাঁতিনী কুঁৱৰীয়ে আঁৰি পাতি শুনি আছিল, ফেঁটিসাপৰ দৰে ফোঁচ কৰি উঠিল। "বুজিবলৈ আমাৰ বাকী নাই। টুটকীয়া-নাৰদীয়া সকলো মোৰ ল'ৰাৰ শত্ৰু হৈছে—"

স্বৰ্গদেওক লক্ষ্য কৰি কুঁৱৰীয়ে গৰজিলে—"স্বৰ্গদেৱৰ মুখৰ আগত গোহাঁই এজনে কোঁৱৰৰ বদনাম গাবলৈ আহে, ইমান সাহস? ৰজা হৈ চকু মুদি এনে কথা শুনি থাকে—"

বৰপাত্ৰ গোহাঁই সেই পোনেই জয় পৰি গ'ল। লৰালৰিকৈ ক'লে,—"বন্দীৰ অপৰাধ হৈছে যদি ক্ষমা কৰিব স্বৰ্গদেও! বৰকোঁৱৰৰ দায়দোষৰ কিন্তু প্ৰমাণ পোৱা হৈছে। প্ৰয়োজন হ'লে—"

দাঁতিনী কুঁৱৰীয়ে মুখতে ধৰি ক'লে,—



"সাক্ষীবাদী সকলো যোগাৰ কৰি ৰাজকাৰেঙত বৰমেল পাতিবলৈ আহিছে? অজলা ৰজাই ইপিনে ধৰিবইপৰা নাই, বৰৰাণীৰ পুতেক লাপলুপক ৰজা পাতিবৰ কাৰণে ককাক উঠি পৰি লাগিছে—"

স্বৰ্গদেও এইবাৰ সচকিত হৈ উঠিল। 'লাপলুপ হ'ল বৰপাত্ৰ গোহাঁইৰ নাতি। হয়তো—'

দুদিনমানৰ পিছত এদিন। দেবেৰাই আহি উদ্ধৱ ফকীৰক ফুচফুচাই ক'লে,—"যোৱা ৰাতি বৰকোঁৱৰ আৰু বৰপাত্ৰ গোহাঁইক মৈদাম দিয়া হ'ল ফকীৰ!"

উদ্ধৱ ফকীৰে নতুনকৈ সাজি উলিওৱা বৰপেৰা এটাৰ ওপৰত হেঙুল হাইতালৰ ৰহণ লগাইছিল, থৰ হৈ ৰৈ গ'ল। দেবেৰাই পুনৰ ক'লে,—"গোহাঁই-ফুকন সকলো জঁকি উঠিছে। দুদিনমানতে ৰজাৰ কিজানি ভোগ উকলিবই।"

"গোহাঁইদেও! মোৰ কথা শুনক—"

বেজদলৈৰ পুতেক মনথিৰ আহি নৰীয়া ৰজাৰ এলাগী কোঁৱৰ চাওচাম গোঁহাইক ক'লে,—"আমাৰ গা টঙাৰৰ হ'ল।"

পিৰালি কাঁথিত জুপুকা মাৰি বহি আকাশ-পাতাল ভাবি আছিল খহুৱা গোহাঁই; হুবুজি মুখলৈ চালে। মনথিৰে বুজালে—

"কুকুৰেখোৱা গোহাঁইৰ অত্যাচাৰত গোঁহাই-ফুকন সকলো জকি উঠিছে। স্বৰ্গদেওক গোচৰ দিলে, কাম নহ'ল। গতিকে তিনি বৰমূৰীয়াৰ মেল বহিছে—"

হঠাৎ হো-হোকৈ হাঁহি দিলে চাওচাম গোহাঁয়ে ।

"হাঁহিছে কিয় ?" মনথিৰ বিৰক্ত হৈ উঠিল ।

"নাহাঁহি কৰিম কি ?" চাওচাম গোহাঁয়ে হাঁহি সামৰি সুধিলে—" তুমি যিদৰে কৈছা মই যেন ৰাজপাটত বহিলোৱেই—"

মনথিৰ চঞ্চল হৈ উঠিল । বিৰক্তিৰে ক'লে,—" নিৰ্জীৱৰ দৰে এতিয়া বহি থাকিলে নহয় গোহাঁইদেও ! ভয় আৰু সঙ্কোচ এৰি মূৰ তুলি থিয় হওক, দেখিব অসমৰ সিংহাসন সচাকৈয়ে আপোনাৰ—"

"আঃ মোক শান্তিত থাকিবলৈ দিয়া মনথিৰ । আমনি নকৰিবা ।"

মনথিৰৰ এইবাৰ সচাকৈয়ে খং উঠিল । ক'লে, –

—"হতাশাই আপোনাক খাই পেলাব খুজিছে গোহাঁইদেও । মূৰ তুলি থিয় হওক । উঠক !" চাওচাম গোহাঁইক জোৰ কৰি বহাৰপৰা থিয় কৰাই দিলে মনথিৰে আৰু উৎসাহেৰে ক'লে,— "আপুনি একো কৰিব নালাগে, মাত্ৰ সাজু হওক । ফুকন, বৰুৱা সকলোৱে গোপনে নতুন ৰজা বিচাৰিছে । চাই থাকক, নবীয়া ৰজাৰ ঠাইত এইবাৰ চাওচাম গোহাঁই—"

হঠাৎ মনথিৰে চাওচাম গোহাঁইৰ ভৰি ছুই সেৰা কৰিলে আৰু ক'লে,—"ভগৱন্তক খাটিছো, স্বৰ্গদেও বুলি যেন জনমে জনমে সেৱা কৰি থাকিবলৈ পাও ।"

সেইদিনা ৰাতিয়েই আহি দেবেৰাই উদ্ধৱ ফকীৰক জগালে,—"উঠা উঠা ফকীৰ ! তোমাৰ ভৱিষ্যৎবাণী ফলিয়ালে । খহুৱা গোহাঁই অসমৰ ৰজা হ'ল ।"

ফকীৰে হাঁহো-হাঁহো কৰিলে । দেবেৰাই উদ্ধৱ ফকীৰৰ জ্যোতিষ শাস্ত্ৰ পৰীক্ষা কৰিবলৈ যেন সুধিলে—

"ইয়াৰ পিছত কি হ'ব ফকীৰ কোৱাচোন ?"



"ইয়াৰ পিছত ?" উদ্ধৱ ফকীৰ গম্ভীৰ হৈ পৰিল । অলপ সময় চকু মুদি ধ্যান যেন কৰি ক'লে,—"ইয়াৰ পিছত গড়গাওঁ চহৰৰ ভিতৰতেই নহয় দেবেৰা, বাহিৰতো আৰম্ভ হ'ব দুৰ্য্যোগ । দেশৰ ওপৰত চোমদেওৰ কোপ পৰিছে । বিদেশী, বিধৰ্মীয়ে—"

"তোমাৰ ধেমালি থোৱা ফকীৰ !" দেবেৰাই পেংলাই কৰাৰ সুৰত ক'লে ।

"তুমি বিশ্বাস কৰা বা নকৰা দেবেৰা, সঁচা কথা, ৰজা ভঙা-পতাতকৈও বিশ্বব্ৰহ্মাণ্ডৰ গৰাকীয়ে ডাঙৰ খেল খেলিব লাগিছে । মানুহৰ সাধ্য কি তাক ৰোধ কৰে । তুমি চাই থাকা—"

হঠাৎ ফকীৰে শাসন কৰাৰ সুৰত কৈ উঠিল—"কিন্তু সাৱধান দেবেৰা ! মাত্ৰ খেলখন আঁতৰৰপৰা চাই থাকা । আমাৰ মাত্ৰ চাই থাকিবলৈকে জন্ম । খেলিবলৈ নহয়—চাই থাকিবলৈ । আমি হ'লো এজাক ভেকুলী—"

দেবেৰাই বাধা দি সুধিলে,—"ভেকুলীৰ ওপৰত যদি বগলী ৰজা হয় তেতিয়াও চাই থাকিবানে ফকীৰ ?"

উদ্ধৱ ফকীৰে কিবা এটা ক'ব খুজিছিল, শব্দ কৰি চূণপোৱা দুৱাৰখন মেল খাই যোৱাত মেলা মুখ মেলাতে ৰ'ল । হাতে হাতে আঁৰিয়া লৈ এজাক মানুহ চহৰৰ বাহিৰ ওলাই আহিছে । হাল হালকৈ বন্ধা কেইবাটাও মানুহৰ পাছে পাছে আহি আছে এখন চাংদোলা—"

"কোন ?" উদ্ধৱ ফকীৰে ফুচফুচাই সুধিলে ।

"কুকুৰেখোৱা গোহাঁই ।" দেবেৰাই ক'লে,—"হাতীৰে গছকাই মৰাৰ আদেশ হৈছে । মাক দাঁতিনীক জীয়াই জীয়াই মৈদাম দিব ।"

"আনকেইটা ?"

"বচা ৰাজখোৱা, পেলন ফুকন আৰু—"

"দোলাখনত ?"

"ভগা-ৰজা। ৰমণী ৰজাৱত বোজবাজ দি থোৱা হ'ব।"

কৈ কৈ দেবেৰা ঘৰৰপৰা ওলাই আহিল। হাতত আঁৰিয়া লৈ চৰাইদেওৰ ফালে আগবাঢ়ি যোৱা চাওদাঙজাকৰ পাছে পাছে সি যাবলৈ ধৰিলে।

অকলশৰীয়া হোৱাৰ লগে লগে উদ্ধৱ ফকীৰৰ কথাকেইষাৰ দেবেৰাৰ মনত পৰিবলৈ ধৰিলে। সঁচাকৈয়ে মানুহ নহয় সিহঁত, এজাক ভেকুলী। নিমাখিত আৰু নিঃসহায়। সিহঁতৰ ওপৰত মাজে মাজে ৰজা হয় এটা বগলী। নাইবা একোটা ঢোৰাসাপ। ৰক্ষক হোৱাৰ ভাওলৈ এটা এটাকৈ নিঃসহায় সেই ভেকুলীজাকক সিহঁতে গিলিবলৈ আৰম্ভ কৰে।

দেবেৰাই হঠাৎ অনুভৱ কৰিলে সি যেন ভেকুলী নহয়, বগলী। তাৰো গাত আছে বগলী হোৱাৰ তেজ। মাটিৰ মানুহ হ'লেও ইচ্ছা কৰিলে সিও হৈ যাব পাৰে সৰগৰ দেৱতা।

হঠাৎ হাঁহিৰ খলকনি শুনি যেন চক্‌খাই উঠিল দেবেৰা। বাওনা হৈ চন্দ্ৰলৈ হাতমেলাৰ দুঃসাহস দেখি পখিলাই যেন খিলখিলাই হাঁহি তাক ঠাট্টা কৰিছে।

পখিলাৰ মোহলগা মুখখনলৈ মনত পৰাৰ লগে লগে, মনত পৰি গ'ল তাইৰ অহঙ্কাৰলৈও। সিযে এটা পুৰুষ তাই যেন মানিব খোজা নাই।

বুকুখনত এটা অসহ্য যন্ত্ৰণা অনুভৱ কৰিলে দেবেৰাই। উদ্ধৱ ফকীৰৰ ঘৰলৈ দিনটোৰ যিকোনো মুহূৰ্ততে লাজমান কাটি কৰি দৌৰি যোৱাৰ কাৰণে, নিজৰ গালত নিজে তাৰ চৰিয়াবৰ মন গ'ল। বাহিৰা ঘৰটোত বহি থাকিলেও তাৰ কাণখন থাকে পাছফালে থকা পখিলাহঁতৰ পাছচোতালত। তাঁতশালত মাকো মৰাৰ খুট্‌খাট্‌ শব্দ আৰু গৰকাৰ খিটখিটনিৰ লগে লগে বেৰখনৰ ইপাৰলৈ ভাঁহি আহে কথাৰ টুকুৰা। পখিলাৰ বাঁহীৰ দৰে মিহি মাতটো আহি



কাণত পৰে—জীৱনত কাৰো মুখত কোনো দিনেই নুশুনা সেই বিশেষ মাতটো। মাজে মাজে গুণ গুণকৈ তাই গীত গায়। গীত নহয় কিহবাৰ দুখত উচুপি উচুপি যেন তাই কান্দে। চিলনীৰ জীয়েকে মাকলৈ মনত পেলাই বিনাই বিনাই কন্দাৰ দৰে—

"আগলতি কলপাত লৰে কি চৰে
চিলনী আই মোৰ আগতে পৰে।"

চিলনী আই আগত আহি নপৰা দেখি পখিলাই আৰম্ভ কৰে যেন তেজীমলাৰ বিননি।

"হাতো নেমেলিবি ফুলো নিছিঙিবি ক'ৰে নাৰৰীয়া তই,
পাট কাপোৰৰ লগতে মাহীআই খুন্দিলে, তেজীমলাহে মই।"

উদ্ধৱ ফকীৰৰ কথাৰ উত্তৰ দিবলৈ পাহৰি দেবেৰাই ভাবি পেলায়,—পখিলাই যেন ভয়ে ভয়ে তাইৰ মনৰ কথা তাক ক'ব খুজিছে। তাইৰ মনৰ দুখৰ কথা। মানুহৰ মৰমৰপৰা বঞ্চিত হোৱাৰ কথা। বেৰখনৰ সিফালেই বহি থকা পখিলাক চিঞৰি চিঞৰি মাতি দিয়াৰ দুৰন্ত বাসনা সি কোনোমতেহে হজম কৰে।

কাউৰীৰ দৰে কলকলাই নামজোৰে পখিলাই। বিয়া নাম, আই নাম, ধাই নাম।

কোনোবা এসময়ত হঠাৎ পখিলা কোঠাটোলৈ সোমাই আহে। ইমান হঠাৎ যে দেবেৰাৰ বুকুখন অজান আনন্দত ধক্‌ কৰি উঠে। মনে মনে কৰি থকা কল্পনাৰ আঁতদাল হঠাৎ হেৰাই যায়।

দেবেৰাৰ উপস্থিতি উপেক্ষা কৰি পখিলাই উদ্ধৱ ফকীৰক কয়—"যঁতৰটোত কিবা আঁৰ লাগিছে যেন পাও ভিনিহী, চোৱাহিচোন!" দেবেৰাই তলমূৰ কৰি মাত্ৰ শুনি থাকে। সি যেন প্ৰাণহীন এটা পুতলা। বাঢ়ৈ উদ্ধৱ ফকীৰৰ ছোঁ-ঘৰটোত ঠাঁহ খাই থকা কাঠৰ পেৰা-পেটাৰিবিলাকৰ লগৰ দেওমুখাকেইটাৰ সিও যেন এটা।

উদ্ধৱ ফকীৰৰ মাতত হঠাৎ কেতিয়াবা সি উচপ খাই উঠে। চকপীৰা এখনৰ ওপৰত চাঁচ আৰু বটালিৰে লতাফুল কাটি কাটি উদ্ধৱ ফকীৰে শব্দ কৰি গাই উঠে—

"ব্ৰহ্মাণ্ডৰ ঠায়ে মোক নাটে মোৰ গুৰুৰৈ
নসয় মোৰ দেহৰে ভাৰ।"

খহুৰা গোহাঁই ৰজা হৈ নাম ল'লে চুতামলা। হিন্দুমতে জয়ধ্বজ সিংহ।

স্বৰ্গদেওৰ মাক তেতিয়াও লগতে আছিল। মাজে মাজে ৰমণী বজাৰত থকা ভগা ৰজাৰ ওচৰলৈ অহা-যোৱা কৰে। ৰজাই দেখিলেই কয়—

"পুতেৰ ৰজা হ'ল, ভাল হ'ল। কিন্তু সাৱধান, মোৰ দৰে পৰৰ বশ হ'বলৈ নিদিবি। মোৰ উপদেশ, ৰাইজক পুত্ৰৰ দৰে প্ৰতিপাল কৰিব। গুণত পূজা, দোষত দণ্ড দিব। দুষ্টলোকৰ কথা নুশুনিব, সামান্য মানুহক ভিতৰুৱাকৈ নল'ব আৰু ল'ৰা মানুহক বিষয়া নাপাতিব। আৰু কৰি—পুৰণা খুটাকেইটা সলাই ললেহে দিন চেৰেক ৰাজপাট খাব পাৰিব—"

ৰাজমাওদেউতাই দিনে দিনে খুটা সলোৱাৰ কথা পুতেকক ক'বলৈ ধৰিলে।

এদিন সন্ধিয়া। ভিতৰুৱাল বৰুৱাই গুপুতে দেবেৰাক মাতি নি ক'লে,—"তই যদি কাম এটা কৰিব পাৰ মই তোক শইকীয়া পাতিম।"



"শইকীয়া ??" দেবেৰাৰ বুকুখন অদ্ভুত আনন্দত শিঁয়ৰি উঠিল। লগে লগে উদ্ধৱ ফকীৰৰ ভৱিষ্যত-বাণীৰ কথা তাৰ মনত পৰি গ'ল। কঁপা কঁপা মাতেৰে সুধিলে,—"কি কামনো দেউতা ?"

"একেবাৰেই গোপন কাম কিন্তু।" ভিতৰুৱাল বৰুৱাই সাৱধান কৰি দি ক'লে,—"কেনেবাকৈ গোমৰ ফাঁক হ'লে স্বৰ্গদেৱে কাকো জীয়াই নথয়।"

"বন্দীয়ে বুজিছে দেউতা! আগতে বাৰু কামটোৰ কথা কওকচোন।"

ভিতৰুৱাল বৰুৱাই ফুচফুচাই দুটামান শব্দ ক'লে। দেবেৰাই মনোযোগেৰে শুনি থাকিল। শেষত ক'লে,—"চাংমাইক হাত কৰি ল'ব লাগিব, তেহে—"

"কেনেকৈ কি কৰ তোৰ কথা—" ভিতৰুৱাল বৰুৱাই ক'লে,—"আজি ৰাতিৰ ভিতৰতে কিন্তু কৰিব লাগিব। চাবি কিন্তু পৰুৱা এটায়ো যেন গম নাপায়।"

দুনিমানৰ পিছত। আকৌ এবাৰ গড়গাওঁ চহৰত বু-বু বা-বা লাগিল। দেবেৰাক দেখাৰ লগে লগে উদ্ধৱ ফকীৰে সুধিলে,—"চাংমাইৰ হতুৱাই কোনে কাক কি কৰিলে দেবেৰা ?"

"আঃ, সৰু সৰুকৈ কোৱা।" দেবেৰাই ধমক্ দি উঠিল,—"তোমাৰ মাতটো ইমান ডাঙৰ কিয় ?"

উদ্ধৱ ফকীৰ অবাক হৈ গ'ল। ৰাতিটোৰ ভিতৰতে দেবেৰা মানুহটো যেন সলনি হৈ গ'ল।

"কোৱাচোন কি হৈছে।" ফকীৰৰ মাতত অনুৰোধ কৰাৰ সুৰ—"তুমি কাৰেঙৰ ভিতৰুৱা কথাবিলাক জানা বুলিহে সুধিছো দেও—"

"অলপ ওচৰ চাপি আহা—" দেবেৰা কোমল হ'ল আৰু ক'লে,—"বেৰ ছালৰো কাণ আছে বুলি নাজানা নেকি ?" দেবেৰাই

কথাৰ পেচেৰে নিজক আঁৰ কৰিলে আৰু ক'লে,—"ৰাজমাৰে স্বৰ্গদেৱক দিনে দিনে খুটাকেইটা সলোৱাৰ কথা কৈ আছিল—"

"খুটা মানে ?"

"বৰমূৰীয়াকেইজন। বুঢ়া গোহাঁই, বৰপাত্ৰ গোহাঁই। লগতে বৰফুকন, বৰবৰুৱা, ৰাজমন্ত্ৰী ফুকন আৰু চ'ৰাৰ ফুকনকেইজন।"

"প্ৰায় সকলো কেইজনেই দেখোন স্বৰ্গদেৱৰ ইষ্টকুটুম্ব ?"

"কুটুম্ব কাৰণেইতো সলাবলগীয়া হৈছে বেঙা ? আঁচু কাঁঠৰ গুৰি পাই সকলো শিয়াল ৰঙা হ'ল। গপত গঙাটোপ যেন হৈ পৰা—"

"তেওঁলোকৰ ভিতৰত ভগা ৰজাকনো কোনে—"

"ভাবাচোন কোনে ? কাৰ স্বাৰ্থ সিদ্ধি হ'ল ?"

"মই ধৰিবপৰা নাই দেবেৰা ! ৰাজচ'ৰা নহয় যেন অভিমন্যুৰ বেহু—"

"মই হ'লে পাৰিছো। ভগা ৰজাই তেওঁৰ প্ৰতিপত্তিকে সহ্য কৰিবপৰা নাছিল।"

"কাৰ ?"

দেবেৰাই ফকীৰৰ কাণে কাণে ক'লে,—"বুঢ়া গোহাঁইৰ।"

"বুঢ়া গোহাঁইৰ ??"

"ও। তেওঁৰ অঙহী-বঙহী সকলোৰে বৰ বৰ বিষয়বাব ! নাতিনীয়েক হ'ল ৰজাৰ বৰকুঁৱৰী। পুতেকহঁত ৰাজমন্ত্ৰী ফুকন আৰু বৰফুকন। স্বৰ্গদেৱক তেওঁ বুজালে ভগা-ৰজাই গোপনে অন্য এজন কোঁৱৰক উচটাইছে। ইমানতেই যদি বিদ্ৰোহৰ জইন মাৰিব নোৱাৰি—"

"হে ভগৱান ?" উদ্ধৱ ফকীৰে হতাশাৰ স্বৰত উচ্চাৰণ কৰিলে। "কি দেখুৱাইছা প্ৰভু ? কি শুনাইছা ?"



"এইয়া কি দেখিছো ফকীৰ ?" দেবেৰাই ক'লে, "তুমিয়েই দেখোন কৈছিলা 'আৰু আছে, এইয়া মাত্ৰ আৰম্ভণিহে'।"

দেবেৰা শইকীয়া আঁতৰি যাব খুজিছিল, পহিদোলা এখন চূণপোৱা দুৱাৰৰ ফালে আগুৱাই অহা দেখি ৰৈ গ'ল।

"কোন আহিলবা ?" উদ্ধৱ ফকীৰে সুধিলে।

"নতুন মিতিৰৰ লেখ ল'বা কিমান ? বৰগছৰ তল পালে সকলোৱে জিৰাব খোজে।"

দোলাখন চহৰৰ ভিতৰলৈ সোমাই গ'ল। দোলা ভাৰীকেইটা উভতি আহোতে এটাক মাতি দেবেৰাই সুধিলে,—"ক'ৰপৰা আহিলি ?"

"হাতীমূৰৰপৰা দেউতা ! বৰ আইচুদেউতাই বায়েকক অনাবলৈ পঠাইছিল।"

বৰ আইচুদেউতা মানে বৰকুঁৱৰী। বুঢ়া গোহাঁই ডাঙৰীয়াৰ নাতিনীয়েক। থামুন নাওবৈচা ফুকনৰ জীয়েক। এতিয়া কিন্তু নাওবৈচা ফুকন নহয়, ৰাজমন্ত্ৰী ফুকন।

হঠাৎ মনতপৰাৰ দৰে উদ্ধৱ ফকীৰে সুধিলে—"খহুৱা গোহাঁইৰ বন্ধু মনথিৰৰ কি হ'ল দেবেৰা ?"

"মনথিৰে এতিয়া ভক্ত হনুমানৰ ভাও লৈছে ফকীৰ ! সীতা-উদ্ধাৰৰ বাবে সাগৰত সেতু বান্ধিছে—" কৈ কৈ দেবেৰাই শব্দ কৰি হাঁহিবলৈ ধৰিলে।

উদ্ধৱ ফকীৰে বুজি নাপাই কিবা এটা সুধিব খুজিছিল; কোঠাটোলৈ উধাতু খাই পখিলা সোমাই আহিল। লগে লগে দেবেৰাৰ হাঁহি বন্ধ হৈ গ'ল।

পখিলাই কঁপা কঁপা মাতেৰে ক'লে,—"হাবুঙৰপৰা মানুহ এজন আহিছে ভিনিহী !"

"হাবুঙৰপৰা ?" উদ্ধৱ ফকীৰ উদগ্ৰীৱ হৈ উঠিল—"কি কৈছে ?"

"লাহৰী বাইদেউৰ গিৰীয়েকক বোলে স্বৰ্গদেৱৰ মানুহে কাটিলে—"

বজ্ৰপাত পৰা মানুহৰ দৰে থৰ হৈ ৰৈ গ'ল উদ্ধৱ ফকীৰ। কেইটামান মুহূৰ্ত নিথৰ হৈ থাকি সুধিলে,—"কিয় ? কিহৰ কাৰণে ?"

"স্বৰ্গদেওৰ মানুহে বোলে শিঙৰী ঘৰৰ খুটাৰ কাৰণে গছ কাটিবলৈ গৈছিল, নিদিলে।"

দেবেৰাৰ ছাৎ কৰে মনত পৰি গ'ল, আবেলি বৰচ'ৰালৈ যাওতে মনথিৰ ভড়ালী বৰুৱাই দুখী চাওদাঙক কোৱা শুনিছিল—"হাবুঙীয়া বামুণৰ ইমান সাহ ? স্বৰ্গদেৱৰ আদেশ শুনাই মানুহটোৰে সৈতে গছদাল কাটি আন—"

উদ্ধৱ ফকীৰে একোণৰ খুটা এটাত আঁৰি থোৱা পছু শিঙৰ হাকোটাদালৰপৰা চেলেংখন আনিবলৈ গৈছিল। হঠাৎ গোঁ গোঁ শব্দ কৰি পৃথিৱীখন টলিবলৈ আৰম্ভ কৰিলে। কি হৈছে এক মুহূৰ্তমান ধৰিবপৰা নাছিল দেবেৰাই। মুহূৰ্ততে বুজি পালে ভুঁইকঁপ আহিছে। ভুঁইকঁপ! পখিলাই ভয় খাই চিঞৰি দিলে।

খেৰ বাঁহৰ পুৰণা ঘৰটো থক্ থক্ কৰে কঁপিবলৈ আৰম্ভ কৰিলে। হুৰ হুৰকৈ ভাগি পৰিব যেন মূৰৰ ওপৰত।

"পখিলা !" দেবেৰাই আৰ্তনাদ কৰি উঠিল। ইফালে সিফালে খুন্দা-খুন্দলি খাই দুৱাৰখনৰ ফালে আগবাঢ়ি যাব খুজিছিল পখিলা, নিজক চম্ভালিব নোৱাৰি মাটিত বাগৰি পৰিল।

দেবেৰাই হঠাৎ অনুভৱ কৰিলে পখিলাৰ জীৱন পৃথিৱীৰ সকলোতকৈ বেছি মূল্যৱান। পৃথিৱীখন ধ্বংস হৈ গ'লেও পখিলা জীয়াই থাকিবই লাগিব। সিও। সিহঁত নমৰে।



লগে লগে টলি টলি সি পখিলাৰ কাষ চাপি গ'ল। দেহৰ সমস্ত শক্তিৰে স্থিৰ হৈ থকাৰ চেষ্টা কৰি কৰি গৈ পখিলাক সি দুই হাতেৰে সাবটি ধৰিলে আৰু মেলখাই থকা দুৱাৰখনেৰে বাহিৰলৈ উলিয়াই লৈ গ'ল।

লগে লগে তাৰ কাণত পৰিল—চাৰিওফালে অবোধ জীৱ-জন্তু আৰু মানুহৰ হাহাকাৰৰ ধ্বনি। আকাশখন হুৰহুৰকৈ ভাগি পৰিব খুজিছে পৃথিৱীৰ ওপৰত। দূৰত শাৰী শাৰী কৈ আঁৰিয়া জ্বলি উজ্জ্বল হৈ থকা হোলোং ঘৰটো ভুঁইকঁপৰ প্ৰতিটো জোকাৰণিত মাটিৰ ফালে যেন দোঁ খাই আহিছে।

হোলোং ঘৰটো নহয়, উদ্ধৱ ফকীৰৰ বাহিৰা ঘৰটো। এটা অদ্ভুত গোঙনি মাৰি নিৰৱ হৈ গ'ল উদ্ধৱ ফকীৰ। পানীত ডুবা মানুহৰ দৰে দেবেৰাৰ গাত দুই হাতেৰে খামুচি ধৰি থকা পখিলাই হঠাৎ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে।

কঁপি কঁপি পৃথিৱীখন এসময়ত স্থিৰ হৈ ৰৈ গ'ল।

চাওচাম গোহাঁই ৰাজপাটত বহাৰ লগে লগে অলেখ ভোমোৰাৰ গুণ গুণনি আৰম্ভ হ'ল। চাৰিওকাষত শুভাকাঙ্ক্ষী বন্ধু আৰু পৰামৰ্শতাৰ দল গোট খালে। মোমাই তামুলী বৰবৰুৱাৰ জীয়েক পাহী আইদেও আছিল চাওচাম গোহাঁইৰ বৰঘৈণী, এতিয়া হ'ল স্বৰ্গদেওৰ তামুলী কুঁৱৰী বৰবৰুৱাৰ ভাতৃ বাদুলী ফুকন আনন্দত উত্ৰাৱল হৈ পৰিল। ইমান দিনে অপদাৰ্থ জোঁৱাই হৈ আছিল অলাগতীয়াল ; ভতিজা-জী আৰু নাতি-নাতিনীৰ খা-খবৰ লোৱাৰ সময় নাছিল। এতিয়া সকলোৰে দুখ-সুখৰ যেন সমান অংশীদাৰ হৈ পৰিল।

স্বৰ্গদেওৰ বৰকুঁৱৰী হ'ল বাঘচোৱাল হাতীমূৰীয়া নেওগ ফুকন বুঢ়া গোহাঁইৰ নাতিনীয়েক কুঁস্তুমী। বৰকুঁৱৰীৰ পিতাক আৰু ববপিতাক খামুন আৰু চেংমুন হ'ল ৰজাৰ সোঁহাত-বাওঁহাত। চাওদাং বৰুৱা খামুন প্ৰথমে নাওবৈচা ফুকন হ'ল তাৰপিছত হ'ল ৰাজমন্ত্ৰী ফুকন। চেংমুন হ'ল বৰফুকন। ভায়েক লেচাই হ'ল হাতীমূৰীয়া ফুকন। তেওঁলোকৰ প্ৰতাপ আৰু প্ৰতিপত্তিৰ কাষত মোমাই তামুলীৰ ভায়েক বাহুলী ফুকন ঢাক খাই পৰিল।

কুমাৰৰ জালিগাঁতৰ দৰে বাহুলী ফুকনৰ হৃদয় জ্বলিবলৈ ধৰিলে। ভতিজা জীয়েক পাখৰীক এদিন ক'লে,—"ৰজাৰ তামুলী কুঁৱৰী হৈছ? নকৰ কিয়, কেলেহুৰামখাক চপাই লবৰ দৰ্কাৰ কি?"

"মই ক'লে কিবা জানো হ'ব দদাইদেউ?" তামুলী কুঁৱৰীয়ে ক'লে, "ৰাজমন্ত্ৰী ফুকন আৰু ভৰালী বৰুৱাহে তেওঁৰ আপোন। মন্ত্ৰী খামুন আৰু মনথিৰৰ মন্ত্ৰণাইহে তেওঁৰ কাণ সুত কৰে।"

বাহুলী ফুকনে যন্ত্ৰণাত যেন ছট্‌ফট্ কৰিলে।

তাৰকেইদিনমানৰ পিছতেই মোগল ফৌজদাৰ লুৎফুল্লা ছিৰাজিক খেদি কাজুলীমুখেৰে টঙচু সন্দিকৈয়ে গুৱাহাটী অধিকাৰ কৰিলে। পিকচাই চেতীয়া ফুকনৰে সৈতে লগলাগি বাহুলী ফুকনে মোগল সৈন্যক মানাহ নৈৰ সিপাৰত খেদি থৈ আহিলগৈ। বৰফুকনৰ দোপদৰত চকুথৈ আগলৈ গৈ থকা বাহুলী ফুকনে উভতি চাই দেখে স্বৰ্গদেওৰ টেমেকা মনথিৰ ভৰালীবৰুৱা ৰাতিৰ ভিতৰতে পৰ্বতীয়া ফুকন হ'ল।

কেনেকৈ,—সি আছিল এটা সাঁথৰ।

এদিন স্বৰ্গদেও কুস্তুমী আইকুঁৱৰীৰ টোললৈ গৈছিল। তামুলী লিগিৰীজনীয়ে আহি সেৱা কৰি ক'লে,—



"আইচুদেউতা মৰঙ্গলৈ গৈছে স্বৰ্গদেও ঈশ্বৰ! ক্ষন্তেক অপেক্ষিলেই পাবহি।"

স্বৰ্গদেও বহিল। অলপ পিছত ভিতৰ চ'ৰাৰ দুৱাৰ মুখৰপৰা অহা মানুহৰ মাতত মূৰ তুলি চালে স্বৰ্গদেৱে। চকামকাকৈ দেখিলে ৰৰাণী কুস্তুমী আইকুঁৱৰী নহয় এগৰাকী অচিনাকী গাভৰু। পূৰ্ণিমাৰ জোন যেন চকলা মুখখন পাভ মাছৰ দৰে ধুনীয়া চকু হালে যেন হাঁহো-হাঁহো কৰিছে।

বুকুৰ কেঁচা তেজবিলাক টগ্‌বগ্ কৰি উঠিল চাওচাম গোহাঁইৰ। এই অপৰূপা অপেশ্বৰীজনী কোন বাতেৰে সৰগৰপৰা নামি আহি বৰকুঁৱৰীৰ টোল পালেহি?

"কোননো?" স্বৰ্গদেৱে শুনা-নুশুনাকৈ উচ্চাৰণ কৰিলে। একাষত বৈ থকা লিগিৰীজনীয়ে কিবা কবলৈ লোৱাৰ আগতেই অপেশ্বৰীয়ে খুকখুকাই শব্দ কৰি হাঁহি দিলে। হাঁহি নহয় যেন পৰ্বতীয়া নিজৰা শিলৰ ওপৰত ঠেকাখাই জিৰজিৰকৈ নামি আহিছে। হাঁহি সামৰি লাজ লাজকৈ ক'লে,—"আলহী।"

মাত্ৰ এটা শব্দ। কিন্তু উচ্চাৰণৰ কি মোহময়ী ভঙ্গিমা। মাজনিশা বাঁহীত যেন কোনোবাই ফুঁ দিছে। কেইবাটাও মুহূৰ্ত বতাহত ঢৌৰ কঁপনি তুলি মাৰ গল। সেই ঢৌৱে স্বৰ্গদেৱৰ হৃদয় নদীৰ পাৰত আহি সজোৰে খুন্দা মাৰিলে। চপৰা চপৰে নৈৰ গঁৰা খহাৰ দৰে সকলো বিচাৰ-বিবেচনা খহি পৰিব খুজিলে।

সম্বিৎ যেতিয়া ঘূৰাই পালে, স্বৰ্গদেৱে দেখিলে তীব্ৰদৃষ্টিৰে। বৰকুঁৱৰীয়ে তেওঁলৈকে চাই আছে। পুৰি যেন ছাই কৰি পেলাব.

"কুস্তুমী!" ঠোটামোজা লগাই স্বৰ্গদেৱে উচ্চাৰণ কৰিলে। বৰকুঁৱৰীয়ে একো নকৈ শিলৰ মূতি এটাৰ দৰে থিয় হৈ থাকিল। কলীয়া মুখখন ধীৰে ধীৰে বিবৰ্ণ হৈ পৰিছে।

স্বৰ্গদেৱে ক'লে,— "মই তোমাৰ ওচৰলৈ আহিছো এটা ডাঙৰ কথাৰে—"

"গম পাইছো।" অস্পষ্ট কণ্ঠস্বৰেৰে কুসুমীয়ে ক'লে। শব্দ দুটা উচ্চাৰণ কৰাৰ সুৰে কিবা এক অন্য ইঙ্গিত বহন কৰি আনিলে। স্বৰ্গদেৱে পুনৰ ক'লে,—

"যাগ-যজ্ঞৰ সকলো ব্যৱস্থা ঠিক কৰা হ'ল! মাঘী পূৰ্ণিমাত আউনীআটিত সত্ৰ প্ৰতিষ্ঠাৰ দিন। ৰাজগুৰু নিৰঞ্জনদেৱৰ সৈতে কুৰুৱাবাহীৰপৰা দৌল গোবিন্দক আনি—"

ৰৰকুঁৱৰীৰ চকুৰ গুৰিত এটা বিদ্ৰূপ মিহলি হাঁহিৰ জন্ম হ'ল। ক'লে,—"গা-ধুলে গাৰ মলিয়েই মাত্ৰ ধোৱা যায় বঙহৰদেও! তেজৰ কণিকাত মিহলি হৈ থকা পাপ—"

"কুসুমী!" স্বৰ্গদেও কিঞ্চিৎ বিৰক্ত হৈ উঠিল। "মই বুজা নাই তুমি—"

"মোৰ কথাত বৰ বেছি পেচ থকাৰ দৰে লাগিছে নহয়?" অভিমান কৰাৰ কণ্ঠস্বৰেৰে কৈ, শব্দ কৰি হঠাৎ হাঁহি দিলে ৰৰকুঁৱৰীয়ে আৰু পুনৰ গম্ভীৰ হৈ ক'লে,—"ধৰ্ম-কৰ্মৰ দৰে এই ভুৱা ভাও—"

"কুসুমী!" স্বৰ্গদেওৰ মাতত এইবাৰ ৰূঢ়তা প্ৰকাশ পালে। খঙত মুখখন ৰঙা পৰি উঠিল। কিন্তু নিজক সংযত কৰি একো নোকোৱাকৈ হঠাৎ ৰৰকুঁৱৰীৰ টোলৰপৰা ওলাই গুচি আহিল।

সেইদিনা বহুত ৰাতিলৈকে টোপনি অহা নাছিল চাওচাম গোহাঁইৰ। ঘনে ঘনে চকুৰ আগত ভাঁহি উঠিছিল এখন মুখ। হাঁহো-হাঁহো কৰি থকা এযোৰ চকু। বীণাৰ ঝঙ্কাৰৰ দৰে কণ্ঠস্বৰ। এই মন মতলীয়া কৰা ৰূপৰ তুলনাত তামুলী কুঁৱৰী পাখৰী বৰ নিৰ্জীব। মাত্ৰ আদেশ আৰু ইচ্ছাৰ দাস। যি জুইৰ তাপ নাই



তাৰ দাম আছে কি? কোমল মঙহেৰে ভৰা কুসুমী মাত্ৰ মঙহৰ এটা যেন লদা। ডাঙৰ ডাঙৰ চকুকেইটাত উচ্ছলতা নাই। মাতত নাই প্ৰাণৰ উচ্ছাস। কিন্তু—

সময় যোৱাৰ লগে লগে দুৰ্বাৰ হৈ উঠিল স্বৰ্গদেও!

দুপৰ নিশা মনথিৰ ভড়ালী বৰুৱাৰ ডাক পৰিল। স্বৰ্গদেৱৰ কথা শুনি ক'লে,—"স্বৰ্গদেও ঈশ্বৰ এইয়া যে পাপ? মানুহে—"

"পাপ-পুণ্য মই একো নাজানো মনথিৰ!" স্বৰ্গদেৱে খং আৰু বিৰক্তিৰে ক'লে,— "পুণ্যৰ বোজা কঢ়িয়াম বুলি শপত খাই মই মানুহ জনম লোৱা নাছিলো। হেঙ্গলাঙ্গত উঠি বহোতে কোৱা নাছিলো মই পাপ নকৰো, দোষ নকৰো, ভুল নকৰো। দেৱতা নহয়, মই মানুহ।"

ভড়ালী বৰুৱাই ভয় খাই লৰালৰিকৈ ক'লে,—"স্বৰ্গদেও ঈশ্বৰ নিশ্চিন্তে থাওক! বন্দীয়ে ঈশ্বৰৰ ইচ্ছামতেই কাম কৰিব—"

পিছদিনা পুৱা। দুখী চাওদাঙে ভড়ালী বৰুৱাক বতৰা দিলেহি—"দেউতা ঈশ্বৰ! হাতী মাউতক হাতীৰে গছকাই মৰা হ'ল।"

হাতনি পেৰাৰপৰা একুৰি চিকাৰূপ উলিয়াই চাওদাঙৰ হাতত দি ভড়ালী বৰুৱাই ক'লে,—"হো, ল তোৰ পুৰস্কাৰ।"

সেইদিনাই ৰাতি স্বৰ্গদেৱে 'অপেশ্বৰীক' পৰ্বতীয়া কুঁৱৰী পাতিলে। ৰৰকুঁৱৰী কুসুমী আইকুঁৱৰীয়ে খঙত জ্বলি-পকি ক'লে,—"পৃথিৱীৰ উপৰি স্বৰ্গদেও হৈছে? মোৰ বাই তোমাৰ জেশাহু—এই পাপত—"

স্বৰ্গদেৱে হাতীয়ে চোৱাদি চাই পঠিয়ালে। চকুত জুই আঙনি দেখি ভয় খাই গ'ল ৰৰকুঁৱৰীয়ে! সোণৰ জখলাৰে মৰতলৈ নামি

অহা সবগৰ দেৱতা স্বৰ্গদেও,—কৰিব নোৱাৰা কাম আছে কি ? মন গ'লে বৰকুঁৱৰীকো হাতীৰে গছকাই মাৰিব পাৰে।

গুজৰি গুমৰি মনে মনে থাকিল বৰকুঁৱৰী ।

ছুদিন মানৰ পিছত। বুঢ়া গোহাঁই ডাঙৰীয়াই স্বৰ্গদেৱক জনালে,—"স্বৰ্গদেও ঈশ্বৰ ! টঙচু সন্দিকৈহঁতে গুৱাহাটী অধিকাৰ কৰোতে পোৱা অলেখ সম্পত্তি আত্মসাৎ কৰিলে ।"

"টঙচুৰ ইমান সাহ ?" স্বৰ্গদেও গৰজি উঠিল ।

ভড়ালী বৰুৱাই ভাৰত্তিৰে ক'লে,—"বন্দীক বিচাৰৰ ভাৰ দিলে কোনে কেনেকৈ স্বৰ্গদেৱৰ সম্পত্তি আত্মসাৎ কৰিছে বিচাৰি উলিয়াব পাৰে—"

স্বৰ্গদেও কেইটামান মুহূৰ্ত মনে মনে থাকিল । শেষত ৰাজমন্ত্ৰী ফুকনক মাতি ক'লে,—"বৰবৰুৱাক কওক, মনথিৰ ভড়ালী বৰুৱাক মই পৰ্বতীয়া ফুকন পাতিব খোজো—"

"কিন্তু স্বৰ্গদেও—" ৰাজমন্ত্ৰী ফুকনে কিবা এটা ক'ব খুজিলে।

"কোনো কিন্তু নাই ।" স্বৰ্গদেও বিৰক্ত হৈ উঠিল । ক'লে,—"অসমৰ স্বৰ্গদেৱে আদেশ দিছে বৰফুকনৰ দোপদৰত ঢাঁৰি-কঁঠ-মচুলাৰৈ বহি পৰ্বতীয়া ফুকনে টঙচু সন্দিকৈৰ বিচাৰ কৰিব । বৰফুকনৰ অধীনত নহয়, স্বৰ্গদেৱৰ অধীনত ।"

ৰাজমন্ত্ৰী ফুকনে নিৰৱে সন্মতি জনালে।

"স্বৰ্গদেউ ঈশ্বৰ !" সন্ধিয়া ভিতৰ চ'ৰাত আঁঠুলৈ মনথিৰ ভড়ালী বৰুৱাই স্বৰ্গদেৱক ক'লে,—"বৰকুঁৱৰীৰ বায়েকক কাৰেঙলৈ অনা কথাত বৰফুকন ডাঙৰীয়া এনেয়ে অসন্তুষ্ট হৈ আছে—"



"মই জানো মনথিৰ !" স্বৰ্গদেৱে ক'লে,—"বৰফুকনেই নহয়, বৰ গোহাঁয়ো অসন্তুষ্ট । কুঁৱৰীক কেনেবাকৈ সেৱা কৰিব লগা হয় বুলি সাতবিহু এটাতো তেওঁলোক ছুজন মোৰ কাষ চপা নাই।"

"এতিয়া যদি মোক পৰ্বতীয়া ফুকন পতা দেখি তেওঁলোক ছুজনৰ লগতে পাত্ৰ-মন্ত্ৰী সকলো—"

"তুমি নিশ্চিন্তে থাকা মনথিৰ !" স্বৰ্গদেৱে ক'লে,—"ঢোঁৱা সাপৰ ফোঁচফোচনিলৈ চাওচাম গোহাঁয়ে ভয় নকৰে ।"

ভড়ালী বৰুৱাই স্বৰ্গদেৱৰ মুখলৈ থৰ লাগি চাই থাকিল । স্বৰ্গদেৱে হাঁহি হাঁহি ক'লে,—"পৰ্বতীয়া কুঁৱৰীক আনি দিয়াৰ বাবে তোমাক মই পুৰস্কাৰ একো দিয়া নাই মনথিৰ ! পৰ্বতীয়া ফুকন বাবটোকে দি মই মোৰ ধাৰ স্থুজিলো ।"

কেইটামান মুহূৰ্ত গম্ভীৰ হৈ থাকি গোপন মন্ত্ৰণা কৰাৰ স্বৰত ক'লে,—"বৰ শহুৰ হ'লে কি হ'ব, বৰফুকনৰ ওপৰত মোৰ বিশ্বাস হেৰাই গৈছে। তিপমীয়া কোঁৱৰ এজনক ৰজাপতাৰ ষড়যন্ত্ৰত তেওঁলোক ছুজনো হয়তো যোগ আছিল । দোপদৰত বহি সকলো ভিতৰুৱা কথাৰ ভু তুমি মোক দি থাকিবা—"

সেইদিনা দেওধাই, বাইলুং আৰু গণকে গণনা কৰি স্বৰ্গদেৱক ক'লে,—চোমদেও দেৱতাৰ কোপ পৰিছে স্বৰ্গদেৱৰ ওপৰত। শ্ৰীহত হোৱাই নহয়, প্ৰতিকাৰ যদি একো কৰা নহয় ৰাজ্য নাশ হোৱাৰো যোগ ।

স্বৰ্গদেও নিৰুপায় হৈ মূৰে কপালে হাত দি বহি পৰিল। মনথিৰ আৰু ৰাজমন্ত্ৰী ছুইজনৰ মুখত পানী নোহোৱা হ'ল। সৰ্বগ্ৰ

ভাগি মূৰৰ ওপৰত পৰিব খুজিছে স্বৰ্গদেওৰ, ধৰি ৰখোৱাৰ ভাৰ তেওঁলোক দুজনৰ ওপৰত ।

বেজদলৈৰ ঘৰৰ মাধৱচৰণ বৰুৱাই স্বৰ্গদেৱক বুজালে,—"বুঢ়া ৰজাই বংশী গোপালদেৱৰ কুৰুৱাবাহী সত্ৰ লণ্ডভণ্ড কৰি মিচিৰ গোসাইক মৰাৰেপৰা দেশখনত অপায়-অমঙ্গল নুগুচা হ'ল। ভকত বৈষ্ণৱৰ ওপৰত কৰা অত্যাচাৰৰ অপৰাধ ধৰিছে ভকত বৎসল ভগৱন্তই—"

"সেই কথা মোৰো মাজে মাজে মনলৈ আহে ডাঙৰীয়াসকল!" স্বৰ্গদেৱে ক'লে,—"মাজে মাজে বৈষ্ণৱ গুৰু এজনাৰ ওচৰত শৰণ লৈ তাৰ প্ৰতিকাৰ কৰাৰ কথা মনত পৰে। কিন্তু চাৰি সংহতিৰ ভিতৰত কোন সংহতিৰ গুৰু লোৱা ভাল হ'ব মই ধৰিব পৰা নাই।"

ডাঙৰীয়া কেইজনে অলপ সময় নিজৰ ভিতৰতে আলচ কৰিলে। শেষত ধৰ্মভীৰু মাধৱচৰণ বৰুৱাই স্বৰ্গদেৱক বুজালে,—"আমি হ'লো সংসাৰী মানুহ স্বৰ্গদেও! সংসাৰৰ আলৈ আহুকালৰ মাজেৰেই অলপ ভকতি কৰাহে আমাৰ কাৰণে ধৰ্ম। ভকত নহয়, আমি বিষয় বাসনাত পৰি থকা বিষয়াহে। ৰাইজৰ ৰজা স্বৰ্গদেৱে ৰাইজৰ কথাও ভাবিব লাগিব। উপৰি পুৰুষৰ নিয়ম-নীতি মানি লেংদন, জনচাইহুং আদি অলেখ দেৱ-দেৱতাৰ পূজা-পাতল কৰি কুকুৰা গাহৰিৰে মদ ভাত খাই আহোমসকল জীয়াই আছে। সেই সকলো এৰি কেৱলীয়া ভকত হোৱাৰ কথা জানো ৰাইজে মানিব?"

"কথাটো সঁচা স্বৰ্গদেও!" ৰাজমন্ত্ৰী ফুকনে ক'লে,—"দেশ দস্তুৰ মানি মাজে মধ্যমে থকাহে দেশৰ গৰাকীৰ কৰ্তব্য। আমাৰ বোধেৰে বেদজ্ঞ ব্ৰাহ্মণ এজনক গোসাই পাতি গুৰু মনাহে



স্বৰ্গদেৱৰ উচিত হ'ব। বিষ্ণুদেৱতাৰ পূজা পাতলো চলক, নাম-কীৰ্তনো—"

ডাঙৰীয়াসকলৰ কথা স্বৰ্গদেৱৰ মনে ধৰিলে। সুধিলে,—"তেন্তে তেনে এজন বেদজ্ঞ ব্ৰাহ্মণনো পোৱা হয় ক'ত? কাশী-বৃন্দাবনৰ পৰা—"

"ইমান দূৰলৈ নগ'লেও হ'ব স্বৰ্গদেও!" ভড়ালী বৰুৱাই ক'লে,—"তেনে এজন লোক আমাৰ অসম মুলুকতেই জন্মিছে। স্বৰ্গদেওৰ দৰভী আইকুঁৱৰীৰ মুখেই শুনা হৈছে বেহাৰৰ বৈকুণ্ঠপুৰ সত্ৰৰ বনমালী গোসাই ঈশ্বৰেই তেনে এজন লোক। বেহাৰৰ ৰজা প্ৰাণনাৰায়ণ আৰু দৰভী ৰজাই তেওঁতেই শৰণ লৈছে। কিন্তু গোসাই ঈশ্বৰ তীৰ্থ কৰিবলৈ গৈ এতিয়া আছে জগন্নাথ ক্ষেত্ৰত—"

"জগন্নাথৰপৰা আহি পায় মানে দেখোন বহুত দিন হ'ব—" স্বৰ্গদেৱে অধীৰ হৈ উঠি ক'লে,—"তাৰ আগতেই অন্য এজনৰ যোগ্যতা বিচাৰ কৰি—"

"তেন্তে স্বৰ্গদেও!" মাধৱচৰণ বৰুৱাই ক'লে,—"বন্দীৰ ঘৰত এখন কালিকা লগা পুথি আছে। ৰঙা পুথি বুলি সকলোৱে ছুবলৈকে ভয় কৰে। স্বৰ্গদেওৰ আদেশ শুনোৱা হওক যিয়ে পঢ়ি অৰ্থ ভাঙিব পাৰিব তেওঁকেই গুৰু মনা হ'ব—"

স্বৰ্গদেওৰ আদেশ ৰাজ্যত শুনাই দিয়া হ'ল। কালিকা লগা পুথি পঢ়ক চাৰি ছুবলৈকে ভয় কৰিলে। অৱশেষত কুৰুৱাবাহীৰ নিৰঞ্জন পাঠকে ৰঙা পুথি পঢ়ি অৰ্থ ভঙালে। স্বৰ্গদেও সন্তুষ্ট হৈ আউনীআটিত আউনীপাণ কাটি সত্ৰ পাতি দিলে। সাতদিন সাত ৰাতি গালপোৱা ঘাটত যজ্ঞ কৰিলে। অঠাই সাগৰ নাম দি

পুখুৰী খনাই দেৱলৈ উছৰ্গা কৰাৰ মানস কৰিলে। তেও কিন্তু অমঙ্গলৰ শেষ নহ'ল। কাতিৰ পোন্ধৰ দিন যাওতে স্বৰ্গদেৱৰ সিংহাসনত শঙ্খিনী সাপ উঠিল। দুদিনমানৰ পিছতে এদিন চন্দ্ৰতাপত কৰবাৰপৰা আহি পৰিল এটা ঢোঁৰা কাউৰী। সেই দিনাৰ পৰাই দিখৌ নৈৰ পানী এপখলৈকে ৰঙা হৈ থাকিল। শ শ পাইকে কেইবাদিনো খান্দি খান্দি ভাগৰিপৰা অঠাই সাগৰ পুখুৰীত পানী নোলাল। গড়গাওঁ চহৰৰ মানুহৰ মুখে মুখে হ'ল—"পৃথিৰী খান্দিলে পানী নোলোৱা হ'ল। পাপেৰে পূৰ্ণ হ'ল পৃথিৱী। ইয়াৰ পিছত কি হয় কোনে জানে?"

ভড়ালী বৰুৱা আহি আঠু লৈ ক'লে,—"স্বৰ্গদেও! বন্দীয়ে সপোনত দেখিছে, জগন্নাথ ক্ষেত্ৰৰপৰা বনমালীদেৱ প্ৰভু আহি পুখুৰীত নামিলেহে হেনো পানী ওলাব—স্বৰ্গদেৱে পৰিত্ৰাণ পাব— নহ'লে—"

কেইমাহমানৰ পিছত এদিন। পৃথিৱীৰ মানুহ অফলা ভগা দি ভাগি আহিল অঠাই সাগৰ পুখুৰীৰ পাৰলৈ। পানী নোহোৱা পুখুৰীত পানী উলিয়াব এনে অপুৰ্ব্বাট কথা! মানুহ নহয় দেৱতা! ভগৱানৰ অংশ।

ঘোষা গাই গাই আগবাঢ়ি আহিল বনমালী গোসাই—"ইবাৰ কৰুণা কৰা কৰুণা সাগৰ—" পুখুৰীৰ পাৰ আহি পাই পাৰত থিয় হৈ জলদেৱতাক নমস্কাৰ কৰিলে আৰু পুখুৰীত নামিল। পাৰত বৈ চাই আছে স্বৰ্গদেও আৰু ডা-ডাঙৰীয়াৰ সৈতে হেজাৰ বিজাৰ প্ৰজা। পুখুৰীৰ মাজ পোৱাৰ লগে লগে আচম্বিতে চাৰিওফালৰ পানী নলাৰে পানী ওলাবলৈ ধৰিলে। অলপ সময়ৰ ভিতৰতে অঠাই সাগৰ পুখুৰী পানীৰে চপচপীয়া হৈ পৰিল।



স্বৰ্গদেৱে গোসাই ঈশ্বৰৰ ভৰিহালত খামুচি ধৰি কাকূতি কৰিলে—"আশীৰ্বাদ কৰক প্ৰভু ঈশ্বৰ! মোৰ সকলো পাপ যেন আপোনাৰ স্পৰ্শত নাশ হয়। মই পাপমুক্ত হও।"

ধল পুৱাতে সনাতন কটকী পঞ্চৰতন কোঁঠ পালেহি।

জাবত ঠেৰেঙা লাগি থকা পৃথিৱীখন টোপনিৰপৰা তেতিয়াও সাৰ পোৱা নাই। কোঁঠৰ ভিতৰখন শ্মশানৰ দৰে নিৰৱ। চাৰিওফালে থকা পহৰাদাৰ সৈন্যজাক শিলৰ একোটা মূৰ্তিৰ দৰে থিয় হৈ আছে।

চেতিয়া ফুকনৰ টোলৰ ভিতৰ চোতালত আহি ঘোঁৰা ৰখালে সনাতনে। আবেলিৰপৰা জ্বলি থকা গছৰ মুঢ়াৰ ডগমগীয়া জুই পুৱাই চেতিয়া ফুকনৰ তামুলী লিগিৰা বাখৰ জুহালৰ গুৰিত বহি আছিল। ঘোঁৰাৰ খুৰাৰ শব্দ শুনি বাহিৰলৈ ওলাই গৈ লৰালৰিকৈ সুধিলে,—"কটকীদেও দেখোন! ব্ৰহ্মপুৰাতে ক'ৰপৰা ওলালহি?"

বাখৰৰ কথাৰ উত্তৰ নিদি মূৰেগাই লাগি অহা হিমৰ টোপালবিলাক জোকাৰি জোকাৰি সনাতন ভিতৰ সোমাই আহিল আৰু জুইকুৰাৰ কাষলৈ আগবাঢ়ি গৈ উৎকণ্ঠাৰে সুধিলে,—

"ফুকন ডাঙৰীয়া সাৰ পাইছেনে?"

"কিয় কটকীদেও? কিবা গুৰুতৰ সকাম নেকি?"

"ও, বৰ গুৰুতৰ। সোনকালে মাতি দেচোন।"

ডাঙৰ বিষয়াৰ লগত থাকি থাকি 'গুৰুতৰ' শব্দৰ অৰ্থ ভালদৰে বুজি পোৱা হৈছে বাখৰে। লৰালৰিকৈ ভিতৰ সোমাই যাব খুজি ক'লে,—"মই মাতোগৈ মানে আপুনি জুইৰ কাষত বহি হাত ভৰি সেকি লওক।"

বিনা বাক্যব্যয়ে সনাতন জুহালৰ কাষত থকা মূঢ়া এটাৰ ওপৰত বহিল আৰু সেঙেটা লগা হাত দুখন জুইৰ ওপৰত মেলি ধৰিলে ।

কটকীৰ নাম শুনিয়েই চেতিয়া ফুকন বিচনাৰপৰা গিৰিসাই উঠিল । অলপ সময়ৰ ভিতৰতে চকুমুখ ধুই তেওঁ চ'ৰাঘৰ পালেহি। হাত যোৰ কৰি থিয় হোৱা সনাতন কটকীক উৎকণ্ঠাৰে সুধিলে,—

"কওকচোন কটকী, পুৱাই কি বতৰা লৈ আহিল ?"

"কথা বিষম ফুকনদেও !" সনাতনে ক'লে,—

"মোগল সৈন্যই বেহাৰ অধিকাৰ কৰিলে । কোঁচৰজা প্ৰাণনাৰায়ণে ৰাজ্য এৰি ভূটানলৈ পলাই গ'ল । এতিয়া—"

"মাজুমখাঁ ??"

"মাজুমখাঁ সসৈন্যে অসম অভিমুখে ৰাওনা হৈছে । দুই এদিনতে হয়তো—"

চেতিয়া ফুকন চিন্তিত হৈ উঠি উদ্বেগজড়িত কণ্ঠেৰে ক'লে,— "আমি তেন্তে সাজু হ'বৰ হ'ল ?"

"সাজু হোৱাৰ লক্ষণতো মই দেখা নাই ফুকনদেও !" লগে লগেই সনাতনে ক'লে,—"ৰাজমহলৰপৰা উভতি আহি বহুত দিনৰ আগতেই আমি মাজুমখাঁ অহাৰ বতৰা ক'লোহি । এতিয়াও কিন্তু হাতীচলা আৰু বৰিতলাত এমুঠিমান কাঁড়ী-হিলৈদাৰীৰ সৈতে কেইখনমান যুঁজৰ নাওঁহে আছে । হাজাৰ বিজাৰ মোগল সৈন্যক সিহঁতে ভেটা দিব কেনেকৈ ?"

গভীৰ আত্মপ্ৰত্যয়েৰে চেতিয়া ফুকনে ক'লে,—"মানাহৰমুখতহে আমাৰ অশ্বাৰোহী আৰু পদাতিক সৈন্য আছে ।"

"ক'তা, তাততো কোনো সৈন্য নাই ?" সনাতন কটকীয়ে উত্তৰ দিলে,— "বাহুলী ফুকন ডাঙৰীয়াক সোধাত ভেকাহি মাৰি ক'লে,—"তোমাৰ কাম তুমি কৰা । তুমি কটকীহে । কি কৰিব লাগে মই জানো । মই কোঁঠৰ ফুকন ।"



চেতিয়া ফুকন আচৰিত হ'ল । সুধিলে,—"ফুকনৰ ওচৰলৈকে তুমি কেতিয়া গৈছিলা ?"

"তাৰ পৰাইতো এতিয়া মই আহিলো । পোনে পোনেই গৈ কোঁঠৰ মূল সেনাপতিক বতৰা দিলো । কিন্তু ধৰণ-কৰণ দেখি মোৰ ভয় লাগিছে ফুকনদেও ! আমাৰ সৈন্য একেবাৰে সাজু নহয় । হাতীচলা, বৰিতলা, মানাহৰমুখ বাদেই পঞ্চৰতনতো আমি মোগলক ভেটিব নোৱাৰিম ।"

বিমূঢ়ৰ দৰে কেইটামান মুহূর্ত চেতিয়া ফুকন থৰহৈ থাকিল । গভীৰভাৱে চিন্তা কৰি হঠাৎ নিজৰ কর্তব্য ঠিক কৰি লৈ তেওঁ ক'লে,—"তুমি অলপ সময় ইয়াতে জিৰণি লোৱা । মই ফুকনৰ টোলৰ পৰা আহো ।"

সনাতনে নিৰৱে সম্মতি জনালে । কেইটামান মুহূর্তৰ ভিতৰতে চেতিয়া ফুকন যাবলৈ সাজু হ'ল । ভিতৰৰপৰা যেতিয়া তেওঁ ওলাই আহিল, সনাতনে দেখিলে ফুকনৰ গাত ৰাজচ'ৰাৰ পোছাক । পৰিপাটিকৈ পিন্ধা এঙাচুৰিয়া, গোমচেঙৰ চাপ্‌কন আৰু মূৰত শুধবগা পাটৰ পাগ । ককালৰ টঙালিত বন্ধা আছে ৰূপৰ খাপেৰে হেংদান । চ'ৰাৰ আগচোতালত বান্ধি থোৱা ঘোঁৰাটো মেলি সাজু কৰি থৈছিল বাখৰে । ঘোৰাৰ লেগাম নিজৰ হাতলৈ আনি ৰৈ গ'ল চেতিয়া ফুকন । বিস্বাশবদে ঘোঁৰা চেকুৰাই আহিছে মানাহৰ-মুখ কোঁঠৰ শইকীয়া মনোহৰ ডেকা । চেতিয়া ফুকনৰ ওচৰ পাই জোৰ কৰি লেগাম টানি ঘোঁৰাটো ৰখোৱাৰ চেষ্টা কৰি কৰি ক'লে,— "সর্বনাশ হৈছে ফুকনদেও ! হাতীচলা আৰু বৰিতলাৰ পৰা আমাৰ চকী আঁতৰাই অনাৰ বোলে হুকুম দিছে ।"

"কোনে ?" গৰজি উঠিল চেতিয়া ফুকন :

"বাহুলী ফুকনে—" মনোহৰ ডেকাই ক'লে। চেতিয়া ফুকনৰ চকুহাল দপ্‌কৰি জ্বলি উঠিল। কিন্তু এটাও শব্দ নকৈ, সাজু হৈ থকা ঘোঁৰাৰ পিঠিত তেওঁ জপিয়াই উঠি বহিল। ঘোঁৰাটোৰ বগলত দুই ভৰি জোৰেৰে মাৰি যাবলৈ ইঙ্গিত দি মনোহৰ শইকীয়াক আদেশৰ সুৰত ক'লে,—"মোৰ লগত আহা।"

খন্তেকতে বিদ্যাশবদে ল'ৰি যোৱা দুটা ঘোঁৰাৰ খুৰাৰ শব্দত পুঁৰতি নিশাৰ নিৰৱতা ভাগি খণ্ড-বিখণ্ড হৈ পৰিল। ক্ৰমাৎ আঁতৰি যোৱা ঘোঁৰাৰ খট্‌খট্‌ শব্দ শুনি থাকি সনাতন কটকীৰ মনলৈ আহিল চেতিয়া ফুকন যেন বাহুলী ফুকনৰ টোললৈ যোৱা নাই, মাজুমখাঁ নবাবৰ সৈতে যুঁজ কৰিবলৈহে গৈছে।

ফুকনৰ টোল গৈ পাওতেও ৰাতি ভালদৰে পুওৱা নাছিল। পোহৰ ক্ৰমাৎ ডাঠ হৈ অহা বাবে কুঁৱলীৰ আঁৰকাপোৰ মাত্ৰ ধীৰে ধীৰে আঁতৰি যাব খুজিছে। নৈৰ পাৰৰ গছবনবিলাকে সেঙেটা লগোৱা জাৰ আৰু ফেৰফেৰীয়া বতাহত থিয়হৈ কিহবাৰ দুখত যেন টপ্‌টপ্‌কৈ চকুপানী টুকিছে।

পঞ্চৰতন কোঁঠৰ ভিতৰ সোমোৱাৰ লগে লগে বাহুলী ফুকনৰ টোলৰ আগচোতালত বান্ধি থোৱা তিনিটা ঘোঁৰা চেতিয়া ফুকনৰ চকুত পৰিল। দেখিয়েই তেওঁ চিনি পালে সেই তিনিটা হাতীচলা, বৰিতলা আৰু মানাহৰমুখ কোঁঠৰ তিনিজন পালি সেনাপতি লাহন, লাপেতি আৰু ফুল বৰুৱা ফুকনৰ ঘোঁৰা। ইমান ৰাতিপুৱাই তেওঁলোক নিজৰ নিজৰ কোঁঠ এৰি পঞ্চৰতনত বাহুলী ফুকনৰ টোলত গোটখোৱা দেখি চেতিয়া ফুকন বৰ বেছি উদ্বিগ্ন হৈ উঠিল।

চ'ৰাৰ আগত চেতিয়া ফুকন ঘোঁৰাৰপৰা জপিয়াই নামিল। ঘোঁৰাৰখীয়া সতৰাম আগবাঢ়ি অহালৈ বাট নাচাই পাছে পাছে আহি পোৱা মনোহৰ শইকীয়াক ইঙ্গিতেৰেই ঘোঁৰা চম্ভালিবলৈ কৈ



বৰচ'ৰাৰ দুৱাৰমুখলৈ তেওঁ বেগেৰে আগবাঢ়ি গ'ল আৰু দুৱৰীক গৈ সুধিলে,—"ফুকনসকল অহা কিমান সময় হ'ল ?"

"চল ফাট নৌ দিওতেই পালেহি দেউতা !" দুৱৰী ভদৰামে ক'লে,—"দেউতাৰহে অহাত বৰ পলম হ'ল।"

চেতিয়া ফুকনে একো নকৈ ভিতৰ সোমাই গ'ল। তেওঁযে অনিমন্ত্ৰিত, দুৱৰীয়ে ধৰিব নোৱাৰাত তেওঁৰ ভাল লাগিল।

চেতিয়া ফুকনক দেখাপাই হঠাৎ যেন অপ্ৰস্তুত হৈ উঠিল ফুকনকেইজন। বাহুলী ফুকনৰ মুখৰ ৰং সলনি হৈ যাব খুজিলে ! দোষ কৰিব খোজোতেই ধৰা পৰি যোৱাৰ দৰে ঠোঁটামোজা লগাই তেওঁ ক'লে,—"আহক আহক ফুকন! আপোনাক মাতিবলৈ আমি মানুহ পঠাম বুলি ভাবিছিলোঁয়েই। কিন্তু—"

চেতিয়া ফুকনে এজন এজনকৈ প্ৰতিজনৰ মুখলৈ চালে। সকলোৰে শেষত লাহন ফুকনৰ শুকান মুখখনত চকুথৈ ক'লে—"আপোনালোক ইমান পুৱাতে ইয়াত কিয় গোট খাইছে মই ধৰিব পাৰিছো। মোগল সৈন্য—"

কি কাৰণে তেওঁলোক ইমান পুৱাই নিজৰ নিজৰ কোঁঠ এৰি আহি পঞ্চৰতন পালেহি হঠাৎ কাৰো মনলৈ অহা নাছিল। "মোগল সৈন্য" শব্দ দুটাই হঠাৎ যেন তেওঁলোকক মনত পেলাই দিলে। বাহুলী ফুকন উচ্ছ্বাসিত হৈ উঠিল। চেতিয়া ফুকনক একাষৰীয়াকৈ থকা আসনত বহিবলৈ দি ক'লে,—"চাওকচোন কি বিপদ! মোগল সৈন্য আহি অসমৰ সীমা পালেহি ইপিনে আমাৰ সীমান্তৰ কোঁঠকেইটা মৰা সম্পূৰ্ণ হৈ উঠাই নাই—"

"তাৰবাবেতো মোগল সৈন্য জগৰীয়া নহয় ফুকন ডাঙৰীয়া ?" চেতিয়া ফুকনে বিৰক্তিৰে ক'লে,—"যদি তিনি বছৰেও আমি সীমান্তৰ কোঁঠ তিনিটাকে মাৰি উলিয়াব পৰা নাই, সি আমাৰ দোষ।

কৰ্তব্যত গাফিলতি কৰাৰ বাবে জগৰীয়া বিষয়াক স্বৰ্গদেৱে দণ্ড দিহা উচিত।''

চেতিয়া ফুকনে ইমান স্পষ্টকৈ কথা ক'ব কোনেও ভাবিব পৰা নাছিল। মূল কোঁঠৰ ফুকনৰ গাত দেখদেখকৈ এনেদৰে দোষ জাপি দিবলৈ তেওঁ কুণ্ঠাবোধ নকৰিলে। বাহুলী ফুকন ভিতৰি ভিতৰি অসন্তুষ্ট হৈ উঠিল যদিও ক'লে,—''অৱশ্যে—কিন্তু—''

চেতিয়া ফুকন এইবাৰ আৰু অলপ কঠোৰ হ'ল। বাহুলী ফুকনৰ মুখতে ধৰি ক'লে,—''কিন্তু'' আৰু ''কিয়'' ভাবি সময় কটোৱাৰ এইটো সময় নহয় ডাঙৰীয়াসকল! আমাৰ নাও-নাৱৰীয়া, পদাতিক-হিলৈদাৰ সকলো সাজু হৈ আছে। মাত্ৰ লাগে সেনাপতিৰ আদেশ। মোগলক কেনেকৈ ভেটিব পাৰি—''

''মোগলৰ হেজাৰ হেজাৰ সৈন্যক আমি ভেটিম কেনেকৈ?'' লাহন ফুকনে নিস্তেজভাৱে যেন প্ৰতিবাদ কৰিলে। চেতিয়া ফুকনে আগতকৈও দুগুণ দৃঢ়তাৰে ক'লে,—''কেনেকৈ যদি নাজানে মই কৈ দিছো—'যুঁজ কৰি'।''

''চেতিয়া ফুকন!!'' হঠাৎ যেন ঘৰৰ ভিতৰত বৰ হিলৈ ফুটিল বাহুলী ফুকনৰ উত্তপ্ত কণ্ঠস্বৰ শুনা গ'ল—''আপুনি পাহৰি গৈছে, ক'ত আৰু কাৰ আগত এনেদৰে কথা কৈছে।''

সমান উত্তেজনাৰে চেতিয়া ফুকনে ক'লে,—''মোৰ মনত আছে ডাঙৰীয়া! কিন্তু কোনোবা অসমীয়া ৰণুৱাই যদি শত্ৰুৰ সংখ্যা দেখিয়েই ভয় খাই—''

''ভয় আমি খোৱা নাই ফুকন, আপুনি অযথা উত্তেজিত হৈছে।'' লাহন ফুকনে ক'লে।

''তেন্তে কিহৰ বাবে আপোনালোকে নিজৰ নিজৰ কোঁঠ এৰি আহিল?''



''তাৰ কৈফিয়ৎ ল'বলৈ আপুনি কোন?'' বাহুলী ফুকনে খঙেৰে সুধিলে। কিন্তু লগে লগে ফুলবৰুৱা ফুকনে নৰম সুৰেৰে পৰিস্থিতিটো বুজাবলৈ চেষ্টা কৰি ক'লে,—''আমি চাৰিওজন ফুকনে আলচ কৰি দেখিছো, যিহেতু যুঁজৰ বাবে আমি এতিয়াও প্ৰস্তুত হ'ব পৰা নাই, হাতীচলা, বৰিতলা আৰু মানাহৰমুখত যুঁজৰ আখৰা কৰি অযথা আমাৰ সৈন্য আৰু খাৰবাৰুদ নষ্ট নকৰো—''

''আপোনাৰ কথা মই বুজা নাই ফুকন!'' চেতিয়া ফুকনে অসহিষ্ণুভাৱে প্ৰশ্ন কৰিলে—''যুঁজিবলৈ আমি সক্ষম নহয় নে যুঁজ কৰাৰ আমাৰ ইচ্ছা নাই? মই আচৰিত হৈছো, আপোনা-লোক চাৰিজনকৈ ফুকনে আলচ কৰি এনে এটা সিদ্ধান্তত উপনীত হৈছে কেনেকৈ? তিনিটাকৈ চকী বিনা যুদ্ধে মোগলক এৰি দিবলৈ সন্মত আপোনালোক হ'ল কিয়? এবাৰ এঠাইত ভৰি পিচলিলে আমি থিৰেৰে থাকিব পাৰিম নেকি? হাতীচলা, বৰিতলা, মানাহৰমুখ নাইবা পঞ্চৰতনত নেভেটিলে মোগলক আমি ভেটিম ক'ত?''

''সেই চিন্তা অকল পিকচাই চেতিয়া ফুকনে নকৰিলেও হ'ব।'' পেংলাই কৰাৰ সুৰত বাহুলী ফুকনে ক'লে,—''তাৰ বাবে আমি চাৰিজন চাৰিটা কোঁঠৰ ফুকন আছো।'' দৃঢ়তাৰে কৈ তিনিওজন ফুকনলৈ চাই তেওঁ আদেশ জাৰি কৰিলে,—''মই সেনাপতি বাহুলী ফুকনে আদেশ দিছো, নিজৰ নিজৰ কোঁঠ এৰি আপোনা-লোক আঁতৰি আহক। দুই এদিনতে পঞ্চৰতন এৰি আমি উজাই যাম।''

''হে ভগৱান!'' চেতিয়া ফুকনে ভয় খোৱাৰ দৰে উচ্চাৰণ কৰিলে আৰু সুধিলে—''পঞ্চৰতনতো তেন্তে আপোনালোকে মোগলক ভেটাৰ ইচ্ছা কৰা নাই?''

বাহুলী ফুকনে পেংলাই কৰাৰ সুৰত ক'লে,—"স্বৰ্গদেৱে লাগী কোঁৱৰ মনথিৰক পৰ্বতীয়া ফুকন পাতি থৈছে। তেওঁহে জানে অসমীয়া সৈন্যই মোগলক ক'ত কেনেকৈ ভেটি দেশ ৰক্ষা কৰে—"

চেতিয়া ফুকনৰ চকুৰ আগৰপৰা এখন ডাঁঠ আঁৰ-কাপোৰ আঁতৰি গ'ল। ক'লে,—"মই এতিয়াহে বুজি পাইছো, কিহৰ আখেজত আপোনালোকে যুঁজ কৰিব খোজা নাই। কিন্তু ডাঙৰীয়াসকল! ক্ষোভ, অভিমান, অসন্তোষ আৰু আখেজ পুৰোৱাৰ সময় এইটো নহয়। দেশৰ এই দুৰ্য্যোগৰ সময়ত, জন্মভূমি ৰক্ষাৰ কাৰণে ক্ষুদ্ৰ স্বাৰ্থ বিসৰ্জন দিয়া আমাৰ কৰ্তব্য—"

বাহুলী ফুকনে ব্যঙ্গ কৰি ক'লে,—"হৈছে হৈছে চেতিয়া ফুকন, দেশখনৰ কথা অকলে আপুনি নাভাবিলেও হ'ব। দেশখন অকল পিকচাই চেতিয়া ফুকনৰ নহয়—"

"মই জানো ফুকন! দেশখন অকল মোৰ নহয়। দেশখন দেশহিতৈষী সকলোৰে।" দৃঢ়তাৰে চেতিয়া ফুকনে ক'লে,—"স্বৰ্গদেও ঈশ্বৰে আমাৰ ওপৰত অৰ্পণ কৰা বিশ্বাসৰ ভাৰ বহন কৰি আমি কোৱা উচিত—আমি উজাই নাযাও। মানাহৰমুখত নহ'লেও পঞ্চৰতনত মোগলক আমি ভেটিমেই—"

"কিন্তু বৰফুকনৰ আদেশ—"

"বৰফুকনৰ আদেশ??" চেতিয়া ফুকন আচৰিত হৈ পৰিল। ফুল বৰুৱা ফুকনে গোপন কথা ব্যক্ত কৰাৰ সুৰত ক'লে,—"স্বয়ং বৰফুকন ডাঙৰীয়াই আমাক আদেশ দিছে, ততাতৈয়াকৈ আমি কোঁঠ এৰি গুৱাহাটীলৈ উভতি যাব লাগে।"

"অদ্ভুত! বৰফুকনে এনে আত্মঘাতী আদেশ দিলে??" চেতিয়া ফুকন অধৈৰ্য্য হৈ পৰিল—"নহয়, নহয় বৰফুকনৰ আদেশ নহয়, স্বৰ্গদেও ঈশ্বৰৰ হৈ মই পিকচাই চেতিয়া ফুকনে আদেশ দিছো— আমাৰ প্ৰতিটো কোঁঠত মোগলক ভেটিবলৈ সৈন্য



সাজু কৰক। সেনাপতি বাহুলী ফুকনৰ আদেশ কোনেও পালন নকৰিব—"

"চেতিয়া ফুকন!!" হঠাৎ বাঘৰ দৰে গৰজি উঠিল বাহুলী ফুকন। লগে লগে অদ্ভুত আক্ৰোশত খাপৰপৰা হেংদান খুলি ল'লে আৰু অতৰ্কিতে চেতিয়া ফুকনক লক্ষ্য কৰি ঘাপ মাৰিলে। মুহূৰ্ত্তে বুজি পাই আঁতৰি গ'লেও, হেংদানৰ আগে চেতিয়া ফুকনৰ বাওবাহু চুই গ'ল। চাপ্কনৰ সৈতে বাহুৰ এচকল মঙহ এৰুৱাই লৈ আহিল। তেজেৰে ৰাঙলী হৈ পৰিল দেহ। প্ৰচণ্ড খঙেৰে মুহূৰ্ত্ততে চেতিয়া ফুকন বাহুলী ফুকনৰ ওপৰত জপিয়াই পৰিল। বাহুলী ফুকনৰ হাতৰ হেংদান ছিটিকি গ'ল। অদ্ভুত ক্ৰোধেৰে চেতিয়া ফুকনে বাহুলী ফুকনৰ ডিঙিত চেপি ধৰিলে আৰু তিনিওজন ফুকনে বুজি উঠাৰ আগতেই মজিয়াত বগৰাই পেলালে। এনে অভাৱনীয় পৰিস্থিতিৰ কাৰণে ফুকনসকল সমূলি সঁষ্টম নাছিল। তেওঁলোকে ভয় খাই গ'ল। তিনিওজনে জোৰ কৰি বাহুলী ফুকনৰ গাৰ ওপৰৰপৰা চেতিয়া ফুকনক আঁতৰাই আনিলে। ফুল বৰুৱা ফুকনে তেওঁক শান্ত কৰাৰ উদ্দেশ্যে ক'লে,—"ধৈৰ্য্য ধৰক ডাঙৰীয়া-সকল! আমাৰ নিজৰ ভিতৰত যুঁজ কৰাৰ সময় এইটো নহয়। ধৈৰ্য্য ধৰক!"

চকুৰে জ্বলন্ত অগ্নি বৰ্ষণ কৰি চেতিয়া ফুকনে ক'লে,—"ধৈৰ্য্যচ্যুতি মোৰ আপোনালোকেইহে ঘটুৱাইছে ফুকন! মই আকৌ কৈছো, আপোনালোক যদি দেশদ্ৰোহী নহয়, পঞ্চৰতনত মোগলক ভেটিবলৈ সাজু হওক। নহলে—"

বাহুলী ফুকনৰ গাত ক্ৰোধান্ধ চকুৰ দৃষ্টি থাপি কৈ কৈ চেতিয়া ফুকন বাহিৰলৈ বেগেৰে ওলাই গ'ল আৰু নিজৰ ঘোঁৰাৰ কাষ পালেগৈ। মনোহৰ শইকীয়াই এনে কিবা পৰিস্থিতিৰ সম্ভাৱনাৰ কথা হয়তো উমানতে ধৰিব পাৰিছিল। লৰালৰিকৈ ঘোঁৰাৰ

লেগাম তেওঁ আগবঢ়াই দিলে। জপিয়াই চেতিয়া ফুকন ঘোঁৰাত উঠিল। পাছে পাছে বেগেৰে ঘোঁৰা ছুটাই অহা মনোহৰ শইকীয়াই গোটেই বাটছোৱা তেওঁক আৰু লগ ধৰিব নোৱাৰিলে।

নিজৰ টোল পাই ঘোঁৰাৰপৰা নমাৰ লগে লগে বাটচাই ৰৈ থকা সনাতন কটকীক চেতিয়া ফুকনে ক'লে,—"গড়গাৱঁলৈ যাবলৈ সাজু হওক কটকী—আজিয়েই—এতিয়াই—"

চেতিয়া ফুকন ঘোঁৰাৰপৰা নমাত বাখৰে লৰালৰিকৈ গৈ সহায় কৰিলে। মনোহৰ শইকীয়াই আঘাত পোৱা ঠাই ডোখৰত বন-ঔষধৰ লেও দি বান্ধি বান্ধি ক'লে,—"মানাহৰমুখত মোগলক আমিয়েই ভেটিম ফুকনদেও! আমাৰ মূল, দেৱাল আৰু তেৱাল সকলো কাঁড়ী পাইকক সাজু হ'বলৈ আপুনি আদেশ দিয়ক—"

বাখৰে থৰ লাগি মনোহৰ শইকীয়াৰ মুখখনলৈ চাই থাকিল।

ভোটাই ডেকাৰ বৰ চ'ৰা ঘৰ।

তামুলী পীৰাত বহি মুকুণ্ড কাকতিক ৰাজহ আদায় সম্বন্ধে নির্দেশ দি আছিল ভোটাই ডেকাই, অঞ্চলটোৰ কেইবাজনো গণ্যমান্য ব্যক্তি আহি উপস্থিত হ'ল। দলটোৰ মুৰব্বী যেন লগা মহেশ্বৰ ভাগৰতীয়ে ভাৰস্তিৰে ক'লে,—"ডেকাদেওৰ ওচৰলৈ নিবেদন এটি লৈ অহা হৈছে।"

"নিবেদন !!" তিলমানো উদ্বিগ্ন নোহোৱাকৈ উচ্চাৰণ কৰিলে ভোটাই ডেকাই। অঞ্চলটোৰ ৰাইজৰ অভাৱ অভিযোগেই নহয় দ্বন্দ-খৰিয়াল আদিৰ মীমাংসাৰ কাৰণেও তেওঁৰ ওচৰলৈ অহৰহ মানুহ আহে। এজন এজনকৈ সকলো কেইজনৰ মুখলৈ চাই



আহি মহেশ্বৰ ভাগৰতীৰ মুখত চকু থাপি সুধিলে,—"কথাটো কি বাৰু কওকচোন !"

কেইটামান মুহূৰ্ত কোনেও একো নক'লে। ইজনে সিজনৰ মুখলৈ চাই চকুৰে ইঙ্গিত দি এজনে অন্যজনক প্রথমে অভিযোগ উত্থাপন কৰিবলৈ খাটিলে। কেইবাটাও মুহূর্ত নিৰৱ। এনে ভাব হ'ল দল-বললৈ অহাৰ প্রকৃত কাৰণটো দুৰ্দ্ধৰ্ষ ভোটাই ডেকাৰ মুখৰ আগত থিয় হৈ যেন কোনেও কবলৈ সাহস কৰা নাই। অনাহকত পলম হৈ যোৱা দেখি দলটোৰ সবাতোকৈ বয়সস্থ দামোদৰ কন্দলীয়ে পাতনি জুৰি ক'লে,—"আচল কথাটো বাৰু পাছে-পৰেও ৰাইজে ক'ব। আগতীয়াকৈ মোৰ ব্যক্তিগত নিবেদন এটিকে আগবঢ়াও। আমাৰ বোধেৰে অহাবাৰৰপৰা পূজা থলিত হৰিনাম-কীৰ্তনো যদি কৰা হয়—"

"হৰিনাম-কীর্তন ??" ভোটাই ডেকাই আচৰিত হৈ যেন উচ্চাৰণ কৰিলে।

"হয়।" কন্দলীয়ে ক'লে,—"পুতলা-নাচ, ওজাপালি আদিৰ লগত ভাওনা-সবাহ, নাম-কীর্তনৰো ব্যৱস্থা কৰিলে মোৰ বোধেৰে—"

ভোটাই ডেকাই গভীৰভাৱে যেন কথাটো চিন্তা কৰিলে। কামৰূপ-কামাখ্যা হ'ল তন্ত্রমন্ত্রৰ দেশ। চাৰি কুৰি বছৰমানৰ আগৰপৰা যদিও মহাপুৰুষসকলে বৈষ্ণৱ ধৰ্ম প্ৰৱৰ্ত্তাবলৈ চেষ্টা কৰিছে আহোম ৰাজ্যত ইমান দিনে—"

কিবা কবলৈ পোৱাৰ আগতেই কথাচহকী মহেশ্বৰ ভাগৰতীয়ে ভোটাই ডেকাৰ হৈ ৰায় দিয়াৰ দৰে উৎসাহেৰে ক'লে,—"বেয়া হোৱাৰ কি কাৰণ আছে কন্দলী ? নতুন হ'লেও সিও তেও একপ্রকাৰ ধর্মহে। স্বয়ং স্বৰ্গদেও ঈশ্বৰে আউনীআটি, দক্ষিণপাট, কমলাবাৰী সত্ৰ পাতি দিছে। দৌল গোবিন্দ আৰু যাদৱ ৰায়ৰ এসেৰকৈ সোণৰ মূর্তি গঢ়াই সাদিন সাত ৰাতি হোম যজ্ঞও কৰি—"

ভোটাই ডেকাৰ চকুহাল দপ্ কৰি জ্বলি উঠিল। মহেশ্বৰ ভাগৰতীৰ মুখতে ধৰি ক'লে,—"হৈছে হৈছে ভাগৰতী, পিতৃবধী চাওচাম গোহাঁই কিমান ধাৰ্মিক মোক আপুনি নক'লেও হব। মহাপাপ খণ্ডনৰ অৰ্থে জয়ধ্বজ সিংহই কি কৰিছে মই জানো।"

মহেশ্বৰ ভাগৱতীৰ কলীয়া মুখখন কেঁহেৰাজ বটাৰ দৰে ক'লা হৈ পৰিল। তেওঁ নিজকে গুণী-জ্ঞানী আৰু অঞ্চলটোৰ মূৰব্বী বুলি গণ্য কৰিয়েই কথাকেইষাৰ কৈছিল। অঞ্চলটোৰ সকলোৰে আগত এনেদৰে অপদস্থ হ'ব বুলি তেওঁ ভাবিবপৰা নাছিল। ভোটাই ডেকাৰ ভৰ্ৎসনা শুনাৰ লগে লগে খেহকুগীয়া ভাগৰতীৰ প্ৰচণ্ড বেগেৰে কাহ আৰম্ভ হ'ল। কাহি কাহি এসময়ত সেই পোনেই নিতাল মাৰিলে।

কথাৰ ঢাল কোনোবা ফালে যোৱা দেখি সকলো উদ্বিগ্ন হৈ উঠিছিল। লৰালৰিকৈ দামোদৰ কন্দলীয়ে ক'লে, "যি যিমানলৈ পানীত নামে, সি সিমানলৈ তিতিবই ডেকা! আই ভৱানীৰ চকুত ধূলি মাৰে কাৰ সাধ্য?" কথাৰ প্ৰতিক্ৰিয়া কেনে হয়, ভোটাই ডেকাৰ মুখলৈ আঁৰ চকুৰে চালে দামোদৰ কন্দলীয়ে। ফুলপৰা চকুটো জপাই অন্যটো চকুৰ সম্পূৰ্ণ দৃষ্টি থাপি ভোটাই ডেকাক এক মুহূৰ্তমান গোপনে লক্ষ্য কৰি নম্ৰতাৰে সুধিলে,—"তেন্তে নাম-কীৰ্তন—"

মইমতীয়া হ'লেও ভোটাই ডেকাই দামোদৰ কন্দলীক শ্ৰদ্ধা কৰে। বয়োবৃদ্ধই নহয়, টোলৰ অধ্যাপক কন্দলী জ্ঞানবৃদ্ধও হৰিদ্বাৰ, বদৰিকা, গয়া, কাশী, বৃন্দাবন আদি তেওঁ এবাৰেই নহয়, দুবাৰকৈ ভ্ৰমণ কৰি আহিছে। ধৰ্ম-কৰ্ম, আচাৰ-অনুষ্ঠান সম্বন্ধে অসাৰ গোড়ামি তেওঁৰ নাই। হাৰে-ছালে লগা মানুহটোৰ শুকান মুখখনলৈ চাই সমীহ কৰাৰ সুৰত ভোটাই ডেকাই ক'লে,—"মোৰ কি আপত্তি আছে কন্দলীদেও? ধৰ্ম-কৰ্ম এইবিলাক হ'ল আপোনালোক পণ্ডিত-সজ্জনৰ কথা। মই মাত্ৰ তাৰ ৰক্ষকহে।"



ভোটাই ডেকাৰপৰা ইমান সহজে অনুমতি আদায় কৰিব পৰাত দলটোৰ সকলো ভিতৰি ভিতৰি পুলকিত হৈ উঠিল। দামোদৰ কন্দলীয়ে উৎসাহেৰে ক'লে,—"বৰ সজকথা, বৰ সজকথা, আমি তেন্তে—"

"কিন্তু—" ভোটাই ডেকাৰ মাতত দামোদৰ কন্দলী আধা কোৱাকৈয়ে বৈ যাব লগা হ'ল। আদেশ দিয়াৰ সুৰত ভোটাই ডেকাই ক'লে,—"কালসংহতিৰ মহাকাল মথাক ৰাইজ যেন চপাই নলয়।"

সংহতিৰ কথা উঠাত দামোদৰ কন্দলী চঞ্চল হৈ উঠিল। নিৰহ-নিপানী ভাগৱতী ধৰ্মক এচাম গোসাই ভকতে ভাগ ভাগ কৰি পেলাইছে। মাত্ৰ কেইকুৰিমান বছৰৰ ভিতৰতে ভাগৱতী ধৰ্মৰ প্ৰকাণ্ড দোলটোত সংহতি নামৰ চাৰিটাকৈ ফাট মেলিলে। আচাৰ নিতি-নিয়ম কাৰো লগত কাৰো নিমিলা হ'ল। দ্বন্দ-খৰিয়ালে ভাগ ল'লে। ভৱানীপুৰীয়া গোপাল আতা আৰু মহাপুৰুষৰ নাতি অনিৰুদ্ধদেৱৰ দলে চৰম পন্থা গ্ৰহণ কৰিছে। নিজ গুৰুৰ বাহিৰে তেওঁলোকে আনকি স্বৰ্গদেও ঈশ্বৰকো সেৱা কৰিবলৈ মান্তি নহয়। তাৰ বাবেই বুঢ়া ৰজা প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত গুইমেলা বৰ গোহাঁই, লাকু বৰপাত্ৰ গোহাঁই আৰু নেওগ ফুকন কটা গ'ল। এই জনা স্বৰ্গদেৱৰ দিনতো কালসংহতিৰ কেইবাজনো গোড়া আৰু মদগৰ্বী শিষ্যক ৰজাঘৰে নিৰ্য্যাতন কৰি মাৰিছে—

দামোদৰ কন্দলীয়ে লৰালৰিকৈ ক'লে,—"নাই নাই ডেকা, আমাৰ মাজত তেনে কোনো চৰমপন্থী নাই। আপুনি একো চিন্তা কৰিব নালাগে। আমি মাত্ৰ আনন্দ-উৎসৱত সকলো মানুহে সমানে ভাগ লোৱাৰ কথাহে ভাবিছো"—কৈ কৈ দামোদৰ কন্দলীয়ে তেওঁৰ লগৰীয়া কেইজনৰ মুখলৈ চালে। চকুৰ ইঙ্গিততেই তেওঁ যেন তেওঁলোকক সাৱধান কৰি দি ক'লে,—"এতিয়া প্ৰধান অভিযোগ উথাপন কৰাহঁক। কিন্তু সাৱধান—"

ইতিমধ্যে আঘোণা তামুলীয়ে এশৰাই তামোল-পাণ আনি ৰাইজৰ আগত থৈছিলহি। সোণৰ বনকৰা গুড়গুড়িটো ভোটাই ডেকাৰ কাষ চপাই দি তেওঁ তামোল কটাৰ দিহা কৰাত লাগিল।

চকপীৰাৰ ওপৰত দুই ভৰি তুলি বহি থকা অনন্ত খনিকৰে গল হেকাৰি মাৰি ডিঙিটো পৰিষ্কাৰ কৰি আৰম্ভ কৰিলে,—

"ডেকাদেওৰ কৃপাত এইবছৰ আই ভৱানীৰ পূজা ফেৰা নিৰ্বিঘ্নে শেষ হ'ল। কেঁচাইখাঁতীৰ মন্দিৰতো ইমান বাহুল্যকৈ পূজা দিয়াৰ কথা আমি শুনা নাছিলো। কিন্তু—"

"কিন্তু !!" ভোটাই ডেকাই উদ্বেগ প্ৰকাশ কৰি অনন্ত খনিকৰৰ মুখত চকু থলে। নৰীয়া ৰজাৰ বিৰুদ্ধে কৰা ষড়যন্ত্ৰৰ বিচাৰত অনন্ত খনিকৰৰ দুইখন কাণ কটা গৈছিল। কটা যোৱা কাণ দুখন ঢাক খুৱাই থ'বলৈ পিঠিৰ ওপৰলৈকে পৰা দীঘল চুলিকোছা সদায় তেওঁ মেলি থয়। গুটি বসন্তৰ দাগ থকা মুখখনত ভয়ৰ চাপ পেলাই অনন্ত খনিকৰে ক'লে,—"কোৱা শুনিছো, গোসানী বোলে কান্দি কান্দি লুইত পাৰ হৈ গৈছে—"

"কোনে ক'লে ?" অপুদ্ধাট কথা শুনি ভোটাই ডেকা যেন বিচলিত হৈ উঠিল। গোসানী কান্দি কান্দি আঁতৰি যোৱা মানে দেশৰ অমঙ্গল আৰু বিপৰ্য্যয় আসন্ন।

"কাজলীমুখ চকীৰ পহৰাদাৰে নিজৰ চকুৰে হেনো দেখিছে।" অনন্ত খনিকৰে ক'লে,—"দুপৰ নিশা, ঝাওবনৰ মাজে মাজে গাভৰু ছোৱালী এজনীৰ ৰূপলৈ—"

"ছোৱালী ??" ধপাত হুপিবলৈ এৰি উদ্‌গ্ৰীৱ হৈ বহিল ভোটাই ডেকা।

"হয়।" অনন্ত খনিকৰে ক'লে,—"পহৰাদাৰে ৰ'বলৈ কোৱাতো নৰ'ল। নাওঁ এখন মেলি লৰালৰিকৈ লুইতত পাৰি দিলে।"



"পাৰতেই ধৰিব নোৱাৰিলে কিয় ?" ভোটাই ডেকাই সুধিলে।

"কাৰণ, প্ৰথমে মানুহজনীনো কোন, ঘাটলৈ কি কৰিবলৈ আহিছে সিহঁতে গম ধৰিব খুজিছিল।"

"ও। তাৰ পিছত ?"

"তাৰ পিছত সিহঁতেও নাওঁ মেলি খেদি গ'ল। কিন্তু যিমানেই সিহঁত ওচৰ চাপে সিমানেই নাওখন আঁতৰি যায়। বুঢ়াচাপৰিৰ কাষ পাই হেনো দেখে খালি নাওখন সিহঁতৰ গাৰ কাষেৰে উটি গৈছে, নাৱত কোনো নাই। হঠাৎ কিন্তু দেখিলে দূৰত পানীৰ ওপৰে ওপৰে খোজকাঢ়ি গাভৰুজনী গৈ চাপৰিৰ বালিত উঠিলগৈ। লগে লগে কাণত পৰিল গুৰুগম্ভীৰ ধ্বনি— "তহঁতৰ দৰে অধৰমী আৰু অনাচাৰী মানুহৰ দেশত আৰু মই নাথাকো। এতিয়াৰপৰা দেশত মাৰিমৰক আৰম্ভ হ'ব—ৰজা প্ৰজা সকলোৰে বিলাই-বিপত্তিৰ সীমা নোহোৱা হ'ব। মোক অনাদৰ কৰ, তহঁতৰ ইমান সাহ ?"

ভোটাই ডেকাই থৰহৈ শুনি গৈছিল। তেওঁৰ মুখত দুশ্চিন্তা আৰু ভয়ৰ ছাঁ পৰা দেখি অভিযোগকাৰীসকল উৎসাহিত হৈ উঠিল। ক্ষন্তেক পিছত ভোটাই ডেকাই নিজক নিজে কোৱাৰ দৰে ক'লে,—

"পূজা-পাতলত ত্ৰুটি বিচ্যুতি হোৱাৰতো কথা নহয়—"

"নহয়তো।" অনন্ত খনিকৰে দৃঢ়তাৰে ক'লে,—"কামাখ্যাপীঠৰ পৰা অহা মহাসিদ্ধপুৰুষ পৰমানন্দ মহাপ্ৰভুৱে স্বয়ং পূজা কৰিছে। দেওধনিৰ মুখেৰে কোৱা দেৱীৰ ইচ্ছা যদিও—"

ভোটাই ডেকাৰ দুৰ্ভাৱনাত ইমানপৰে মনে মনে বহি থকা মহেশ্বৰ ভাগৱতীয়ে ৰব বং পালে। শৰাইৰপৰা নতুনকৈ গুৱা-পাণলৈ, হাতীদাঁতৰ টেমীৰপৰা চূণ আৰু ৰূপেৰে বন্ধোৱা

আমৰ আমঠুৰপৰা চুঙাধপাত এলেপা মুখত ভৰাই গম্ভীৰভাৱে তেওঁ ক'লে,—"পূজাৰ বিধিব্যৱস্থাত একো বিচ্যুতি ঘটা নাই—"

"তেন্তে ?"

মহেশ্বৰ ভাগৱতীয়ে কোৱাৰ আগতেই অনন্ত খৰিকৰে গহীনভাৱে ক'লে,—"সমাজ আৰু ধৰ্মৰ ৰক্ষক বুলি ডেকদেওকেই আমি মানি আহিছো। গতিকে এখেতৰ হাততেই বিচাৰৰ বাবে গঞাই দোষীক গটাই দিব খুজিছে।"

"দোষী ??" কথাটো পৰিষ্কাৰকৈ নোকোৱাত বিৰক্ত হৈ ভোটাই ডেকাই প্ৰশ্ন কৰিলে।

"ৰাইজৰ বিশ্বাস—" যুদ্ধ পৰিচালনাৰ ভাৰ যেন পুনৰ মহেশ্বৰ ভাগৱতীয়ে নিজৰ হাতলৈ আনিলে,—"দেৱী বিতুষ্টা হৈ উঠাৰ একমাত্ৰ কাৰণ ডেকাদেৱৰ দেৱালয়ৰ পূজাৰী শুক্ৰেশ্বৰ—"

"পূজাৰী ? পূজাৰীৰ আকৌ হ'ল কি ?" ভোটাই ডেকাই প্ৰশ্নসূচক দৃষ্টিৰে মহেশ্বৰ ভাগৱতীলৈ চালে। কথাটো কি তেওঁ সঁচাকৈয়ে ধৰিব পৰা নাই। ভোটাই ডেকাৰ ঘৰুৱা দেৱালয়ৰ পূজাৰী শুক্ৰেশ্বৰ ভট্টাচাৰ্য্যই প্ৰায় এযুগ ধৰি পূজা সেৱা চলাই আহিছে। দেৱীপূজাৰ এটাইকেইদিন দেৱীমূৰ্তিৰ একাষতেই তেওঁ ভক্তিভৰে বহি আছিল। দশমীৰ দিনা পুৰা তেলীয়াডোঙা পুখুৰীৰ পৰা উভতি আহোতেও ভোটাই ডেকাৰ চকুত পৰিছিল একোণত পাৰি থোৱা মুঠাকঁঠ এটাৰ ওপৰত বাপেক আৰু পুতেক দুয়ো দুৰ্ঘোৰ টোপনিত। তেনেস্থলত—

মহেশ্বৰ ভাগৱতীৰ বিদ্ৰূপ মিহলি কণ্ঠস্বৰ আহি কাণত পৰিল ভোটাই ডেকাৰ—"হওতে তেনেকৈ অৱশ্যে একো হোৱা নাই। ডেকাদেওৰ কৃপাত এজন ব্ৰাহ্মণৰ অন্নসংস্থানৰ দিহা হৈছে। অঞ্চলৰ সকলোৰে ঘৰত শ্ৰাদ্ধবিধি, পূজাপাৰ্বন আদিও তেওঁৰ দ্বাৰাই হয়। কিন্তু আমি জনাত সমাজত থাকিলে সমাজৰ বিধি-নিষেধ, আচাৰ-নীতি



সকলো ৰক্ষা কৰি চলাই জ্ঞানীৰ কাম। কিন্তু ৰাইজে যি গম পাইছে, পূজাৰী সমাজচ্যুত হোৱাৰ প্ৰয়োজন—"

"সমাজচ্যুত ??" এজন এজনকৈ সকলোৰে মুখলৈ চাই গৈ থাকি মহেশ্বৰ ভাগৱতীৰ মুখৰ ওপৰত স্থিৰহৈ পুনৰ ৰৈ গ'ল ভোটাই ডেকাৰ চকু। কপালত ৰঙা চন্দনৰ চৰাচৰ ফোঁট, খালি গাৰ ওপৰত ছকঠীয়া চেলেং, ভৰিত কাঠল কাঠৰ চুলা লগোৱা খৰম, টিকনিত ৰক্তজৰা ফুল। সমাজ ৰক্ষাৰ বাবে মহেশ্বৰ ভাগৱতীৰ ইমান দুশ্চিন্তা হৈছে কিয় ভোটাই ডেকাই ধৰিব নোৱাৰিলে। বিৰক্তি প্ৰকাশ কৰি তেওঁ সুধিলে,—

"মই বুজা নাই পূজাৰীয়ে সমাজৰ—"

"পূজাৰীয়ে নহয় ডেকাদও!" মহেশ্বৰ ভাগৱতীয়ে তপৰাই মাত লগালে—"সকলোৱে জানে পূজাৰীৰ এজনী বিধৱা জীয়েক আছে—"

লাহৰীৰ মুখখন ছাৎ কৰে চকুৰ আগলৈ আহিল ভোটাই ডেকাৰ। এসময়ৰ চঞ্চলা চপলা কিশোৰী লাহৰী জীৱনৰ কাঁইটনিৰ মাজত সোমাই আজি তেজেৰে তুমৰুলী হৈ পৰিছে।

কিবা এক অজান আশঙ্কাত হঠাৎ কঁপি উঠিল ভোটাই ডেকাৰ হৃদয়।

মনথিৰ ভড়ালী বৰুৱাৰ অনুচৰে ৰাজ আজ্ঞা শুনাই লাহৰীৰ গিৰীয়েকক কাটি পেলোৱাৰ দিনাও ঠিক এনেদৰেই কঁপি উঠিছিল ভোটাই ডেকা।

মহেশ্বৰ ভাগৱতীৰ মুখত চকু থাপি, অসহ্য উত্তেজনা দমন কৰি সুধিলে ভোটাই ডেকাই—"পূজাৰীৰ বিধৱা জীয়েকৰ আকৌ হ'ল কি ?"

"গঞাঁই গম পাইছে—" মহেশ্বৰ ভাগৱতীয়ে ক'লে,—"বিধৱাই নিজৰ সতীত্ব-ধৰ্ম বজাই ৰাখি চলা নাই।"

"ভাগৰতী!!" দপ কৰি ভোটাই ডেকা জ্বলি উঠিব খুজিলে। খেহৰুগীয়া মহেশ্বৰ ভাগৰতীৰ ইমান স্পৰ্দ্ধা? দলবলৰে আহি স্বয়ং ভোটাই ডেকাৰ মুখৰ আগত বহি ইমান গুৰুতৰ অভিযোগ—

কিন্তু দশমীৰ দিনাৰ সেই অঘটনৰ কথা মনত পৰাত কি ক'ব ভাবি পোৱাৰ আগতেই নিমাখিত দামোদৰ কন্দলীৰ শান্ত কণ্ঠস্বৰ আহি কাণত পৰিল ভোটাই ডেকাৰ—

"ৰাইজে প্ৰমাণ লৈয়েই আহিছে ডেকাদেও! বিধৱা অন্তঃসত্ত্বা—"

বজ্ৰপাত পৰা মানুহৰ দৰে কেইবাটাও মুহূৰ্ত থৰহৈ বৈ গ'ল ভোটাই ডেকা। এসময়ত নিস্তেজ কণ্ঠেৰে প্ৰতিবাদ কৰিলে— "হ'ব নোৱাৰে কন্দলী! নহয়—"

"নোহোৱাটোকেই আমিও বাঞ্ছা কৰো।" মহেশ্বৰ ভাগৰতীয়ে তপৰাই মাত লগালে—"কিন্তু এই মহাপাপ গোপন কৰিয়েই শুক্ৰেশ্বৰ পূজাৰীয়ে মহাদেৱীৰ পৱিত্ৰ পূজাত ভাগ লৈছিল। দেৱীয়ে কান্দি কান্দি কেশ এৰি যোৱাটো সেই মহাপাপৰেই ফল। তাৰ বাবে শুক্ৰেশ্বৰ পূজাৰী দণ্ডনীয়।"

মহেশ্বৰ ভাগৰতীয়ে বিজেতাৰ গৰ্বেৰে বিচাৰৰ ৰায় দিলে।

আচৰিত কথা, নিথৰ হৈ মাত্ৰ শুনি থাকিল ভোটাই ডেকাই। এটা শব্দও নক'লে। মূৰ তুলি এবাৰো নাচালে।

দুৰ্দান্ত ভোটাই ডেকাক কোনো দিন ইমান নিস্তেজ দেখা নাছিল—অঞ্চলৰ কোনেও। ইমান নিঃসহায়।

তাৰপিছতেই সেই নিদাৰুণ দুঃসংবাদ। শেহ নিশা, বঘুৱে আহি জনালে—"লাহৰীক বোলে ক'তো বিচাৰি পোৱা নাই। কলংঘাটৰ পানী-যুঁৰলিত গাগৰি এটা পোৱা গৈছে। কিন্তু মানুহজনী—"



জাপ মাৰি বিচনাৰপৰা নামিল ভোটাই ডেকা। সাৰ পাই উঠা অপেশ্বৰীয়ে কিবা সুধিবলৈ পোৱাৰ আগতেই বেগেৰে শোৱনী কোঁঠাৰপৰা ওলাই গ'ল।

উভতি আহিল পিছদিনা মাজনিশা।

দেৱালৰ একোণত নিৰ্দিষ্ট ঠাইত জ্বলি থকা মাটিৰ চাকিৰ পোহৰত দেখিলে অপেশ্বৰীয়ে,—এটা দিনৰ ভিতৰতে ভোটাই ডেকাৰ বয়স যেন দুগুণ বেছি হৈ গ'ল। মুখৰ ওপৰত অবৰ্ণনীয় বিষাদৰ ছাঁ।

ফুলমতী লিগিৰীৰপৰা আগতেই গম পাইছিল অপেশ্বৰীয়ে— দিনৰ দিনটো অসংখ্য নাৱেৰে কলং নৈত জাল মাৰিও লাহৰীক বিচাৰি পোৱা নগ'ল। ঘৰৰ কাষত তেলীয়াডোঙা পুখুৰীটো থাকোতে কলং নৈলৈ লাহৰী কিয় গৈছিল সিও সাঁথৰ।

টোপনি অহাৰ ভাও জুৰি পৰি থাকিল অপেশ্বৰী। মনৰ মাজত তন্ন-তন্ন কৰি বিচাৰি উলিওৱাৰ চেষ্টা কৰিলে,—লাহৰীৰ বাবে ভোটাই ডেকাৰ এই অহেতুক দুশ্চিন্তাৰ অৰ্থ কি? এসময়ত অপেশ্বৰীয়ে অনুমান কৰিলে লাহৰীৰ প্ৰথমৰ সঘন অহা-যোৱাৰ লগত বিজয়া দশমীৰ পিছত হঠাৎ নিৰৰ হৈ যোৱাৰ কিবা যেন বুজিব নোৱাৰা সম্বন্ধ আছে। এটা গোপন, সন্দেহজনক সম্বন্ধ।

হঠাৎ এক অব্যক্ত কান্দোনেৰে উপচি পৰিল অপেশ্বৰীৰ হৃদয়। জীয়ৰীৰপৰা হঠাৎ বোৱাৰী হৈ যোৱাৰ দুখত, নকন্যাৰ বেশেৰে ঢোলৰ ছেৱে ছেৱে দুলি দুলি নতুন ঘৰ গছকিবলৈ আহিব নোৱাৰাৰ বেজাৰত।

উজাগৰে থকা এটা মানুহক লক্ষ্য কৰিবলৈ গৈ গোটেই ৰাতি নিজেই উজাগৰে থাকিল অপেশ্বৰী।

শেহ নিশা। চিলমিলকৈ টোপনি আহিছিল অপেশ্বৰীৰ। ভিতৰ চোতালৰপৰা অহা ৰঘুৰ মাতত সাৰ পাই গ'ল। গম পালে দুৱাৰমুখলৈ ওলাই গৈ ভোটাই ডেকাই ব্যগ্ৰভাৱে সুধিছে—"কি হৈছে ৰঘু?"

"কলিয়াবৰৰপৰা বৰফুকন দেউতাৰ কটকী আহি পাইছে দেউতা!"

"কটকী" শব্দটো শুনাৰ লগে লগে যেন ভোটাই ডেকাই স্বস্তিৰ নিশ্বাস পেলালে। পত্ৰখন হাতত লৈ দেৱালৰ একোণত জ্বলি থকা মাটিৰ চাকিৰ পোহৰত পঢ়িলে—

"শইকীয়া,

পৰ্বতীয়া ফুকন নেগুৰ কটা বাঘৰ দৰে হৈ পৰিছে। স্বৰ্গদেও টিঙিৰী-তুলা। গুৰুতৰ অপৰাধত অপৰাধী ভোটাই ডেকাক তুৰন্তে ধৰাই দিব লাগে বুলি স্বৰ্গদেৱে মোক আদেশ দিছে।

অৱশ্যে তোমাৰ কপালৰ গুণে সময়টো বৰ ভাল হ'ল। মোগল সেনাপতি মীৰজুমলা মানাহৰমুখ পাৰ হৈ গুৱাহাটী অভিমুখে আহিব লাগিছে। এই সময়ত তোলনীয়া জীয়েকৰ কথা ভবাতকৈ—"

ভোটাই ডেকা হঠাৎ যেন উচপ খাই উঠিল। 'তোলনীয়া' শব্দটোৰ ওপৰত কেইবাটাও মুহূৰ্ত চকুৰ দৃষ্টি থাপি বৈ গ'ল। নিসাৰ হৈ পৰি থকা অপেশ্বৰীৰ মুখলৈ মূৰ তুলি চাই পুনৰ পত্ৰ পঢ়াত মন দিলে—

"এই সময়ত তোলনীয়া জীয়েকৰ কথা ভবাতকৈ পৰ্বতীয়া ফুকনৰ নিজৰ গা-সৰাই টান হৈ পৰিছে। বাহুলী ফুকনকে ধৰি পঞ্চৰতন আদি কোঁঠৰ সেনাপতিকেইজনে পৰ্বতীয়া ফুকনৰ হিজাবত যুঁজলৈ গা এৰিলে। গড়গাঁৱৰপৰা মোক আদেশ দিছে, পাণ্ডু-শৰাইঘাটত যেনেতেনে মোগলক



ভেটিব লাগে। মই কৈ পঠাইছো—অকলৈ মই কৰিম কি? যুঁজৰ বৰ সেনাপতি মনথিৰ পৰ্বতীয়া ফুকনে মোগলৰ নাম শুনিয়েই গুৱাহাটী এৰি গড়গাওঁ পালেগৈ। দেশখন ৰাখিবলৈ তেওঁক পঠাওক। ইমান দিনেতো বৰফুকনতকৈও পৰ্বতীয়া ফুকনহে স্বৰ্গদেৱৰ আপোন আছিল?

এই সময়ত আমাৰ কৰ্তব্য কি ভালদৰে ভাবিব লগা হৈছে শইকীয়া। ৰাজঅপৰাধত কটা যোৱাৰ আগতেই দুয়ো বহি আলচ কৰি লোৱা ভাল হ'ব।

কালিলৈ কলিয়াবৰত যেনেতেনে মোক লগ ধৰিবা।"

কেইটামান মুহূৰ্ত অন্যমনস্ক হৈ থাকিল ভোটাই ডেকা। এসময়ত আদেশলৈ বাট চাই থকা ৰঘুক মাতি ক'লে—আঘোণাক ক, পুৱাই আমি কলিয়াবৰলৈ যাম। সাজু হওক।"

১৬৬২ চন। মাঘমাহ।

মোগল সৈন্যই কাজলীমুখৰ চকী অধিকাৰ কৰিলে। হেজাৰ বিজাৰ মুছলমান সৈন্যৰে উপচি পৰিল অসম ভূমি। চাৰিওফালে মাথোঁ ঘোঁৰাৰ হেঁহনি আৰু অস্ত্ৰশস্ত্ৰৰ জনজননিৰ শব্দ। লগে লগে বিজয়ী সৈন্যদলৰ অটহাস্য আৰু ভয়াৰ্ত মানুহৰ আৰ্তনাদ।

বৰ লুইতৰ পাৰত মোগল সৈন্যই আহি ছাউনি পাতিলে। অশ্বাৰোহী, পদাতিক আৰু হিলৈদাৰী সৈন্যৰ মাটিয়া ৰঙৰ শাৰী শাৰী তামিঘৰাবিলাক—যেন বালিত পাখি মেলি ৰ'দলৈ থকা অসংখ্য গঙ্গা-চিলনী। কাষত হাতী, ঘোঁৰা আৰু উটৰ বিৰাট সমদল। পানী যুঁৰলিৰ ফালে ধীৰে ধীৰে গৈ থকা ডাঙৰ ডাঙৰ পালতৰা নাওঁবিলাক জাকি মাৰি উৰি যাব খোজা এজাক যেন দেওবাজহাঁহ।

হঠাৎ ওপৰৰালাৰ আগমনৰ সংকেত দি উচ্চস্বৰে নহবৎ বাজি উঠিল। লগে লগে কোলাহল থামি গ'ল। শৃঙ্খলাবদ্ধভাৱে শাৰী পাতি থিয় হোৱা সৈন্যদল অতিক্ৰম কৰি আহি সৈন্যাধ্যক্ষৰ বাবে প্ৰস্তুত কৰি থোৱা তামিঘৰ এটাৰ সন্মুখত প্ৰকাণ্ড দঁতাল হাতী এটা ৰৈ গ'ল। তেল ঘঁহি চিকচিকাই ৰখা তাৰ মূৰ আৰু পিঠিত বগা আৰু ৰঙা ৰঙৰ ৰেখাচিত্ৰ অঙ্কিত। দঁাতৰ আগ দুটা সোণেৰে বন্ধোৱা। পিঠিৰ ওপৰত কোনোবা বাদছাহৰ তখ্‌ত্‌-ঈ-তাউচৰ দৰে সুসজ্জিত হাওদা।

এজন চুটি চাপৰ, বয়সতকৈ বেছি শকত কিন্তু আটিল দেহৰ সৈন্যাধ্যক্ষ নামি আহিল হাতীৰ পিঠিৰপৰা। কেঁচা হালধীৰ দৰে গাৰ ৰং। দুই গালৰ কাষে কাষে থুতৰিলৈকে বৈ পৰা বৰফৰ দৰে বগা একোছা গোঁফ। ৰূপালী ৰঙৰ মখমলৰ পোছাকৰ ওপৰত ডুপৰীয়াৰ ৰদ পৰি চিকমিকাই উঠিছে। ককালৰ কমৰবন্ধৰপৰা ওলমি আছে হীৰা খটোৱা খাপৰ ভিতৰত সুদীৰ্ঘ তৰবাৰি!

তেজৰঙা পোছাক পৰিহিত সৈন্যদলটোৰ কাষত আহি ৰৈ যোৱা অন্য এটা হাতীৰপৰা নামি আহিল এজন সুশ্ৰী আৰু চৌখীন যুৱক। দেহত খাপখাই ধৰা পোছাক যোৰে পৰিচয় দিছে তেওঁ এজন দহহাজাৰী মনচবদাৰ।

"তোমাৰ অসমীয়া সৈন্যৰ খবৰ কি দিলীৰখাঁ?" সৈন্যাধ্যক্ষ-জনে অদূৰৰ লুইতৰ পানীত চকু থৈ গোঁফ কোছাত হাতেৰে তাও দি দি সুধিলে—"সিহঁতে আমাক দেখাই নিদিব নেকি?"

মনচবদাৰ দিলীৰখাঁই মস্কৰা কৰাৰ সুৰত ক'লে,—"আমীৰ উল-ওমৰাও মীৰজুমলাৰ নাম শুনিয়েই সিহঁতে হয়তো ভয় খাই গৈছে নবাব চাহাব!"

মীৰজুমলাই মনৰ আনন্দত হো-হোকৈ হাঁহি দিলে আৰু লুইতৰ পানী যুঁৰলিত বান্ধি থোৱা ডাঙৰ ডাঙৰ যুঁজাৰু নাওঁবিলাকলৈ চাই



ক'লে,—"এই বুলি জনাহ'লেতো ইমানবিলাক সৈন্য লগত লৈ মই কেতিয়াও নাহিলোহেঁতেন। অন্ততঃ ভেৰোণীয়া ওলণ্ডাজ আৰু পৰ্তুগীজ হিলৈদাৰী সৈন্যজাকক—"

"মোৰ কিন্তু অলপ সন্দেহ হৈছে নবাব চাহাব!" দিলীৰখাঁই কিবা এটা যেন চিন্তা কৰি ক'লে,—"এতিয়ালৈকে সাতটা কোঁঠ আমি অধিকাৰ কৰিলো—হাতীচলা, বৰিতলা, মানাহৰমুখ, পঞ্চৰতন পাণ্ডু-শৰাইঘাট, ছাহবুৰুজ আৰু কাজলীমুখ। মানাহৰমুখত এমুঠিমান সৈন্যই আমাক ভেটিব খুজিছিল। কিন্তু আমাৰ সৈন্যই সিহঁতক কচুকটা দিলে। ছাহবুৰুজ আৰু কাজলীমুখত অসমীয়াহঁতে যুঁজ কৰাৰ মাত্ৰ ভাওহে জুৰিলে—"

"কিন্তু কিয়?" বান্দা আব্দুল্লাই আনি দিয়া গুড়গুড়ীৰ নীলচাত ওঁঠ থ'বলৈ ধৰি মীৰজুমলাই প্ৰশ্ন কৰিলে।

"ময়ো তাকেই ভাবিছো জোনাব চাহাব, কিয়?" দিলীৰখাঁই ক'লে,—"হয়তো সিহঁতে যুঁজ কৰাৰ ভাল ঠাই বিচাৰিছে, হয়তো সিহঁত যুঁজিবৰ বাবে প্ৰস্তুত নাছিল আৰু হয়তো—"

"কিন্তু প্ৰস্তুতিৰ অভাৱ যেন বোধ হোৱা নাই দিলীৰখাঁ!"

"অৱশ্যে নবাব চাহাব! এতিয়ালৈকে আমাৰ হাতত যি পৰিমাণৰ অস্ত্ৰশস্ত্ৰ, খাৰবাৰুদ পৰিছে তাৰ পৰাই ধৰিব পাৰি আহিলা পাতি সিহঁতৰ যথেষ্ট পৰিমাণে আছিল। যুঁজ কৰো বোলাহেঁতেন—"

"তেন্তে আমি ধৰি ল'ব পাৰো সিহঁতে ইচ্ছা কৰিয়েই যুঁজ কৰা নাই?"

"মোৰ বিশ্বাস নবাব চাহাব!" দিলীৰখাঁই ক'লে,—"সিহঁতে হয়তো চাধমৰা আৰু শিমলুগড়ত ভালদৰে যুঁজ কৰিম বুলিয়েই পাঁচ দুহকি আছে। চায়েস্তাখাঁ নবাবে কোৱা কথাষাৰ মোৰ মনত পৰিছে,—আজিলৈকো কোনো মোগল সেনাপতিয়েই চামধৰা কোঁঠ পাৰহৈ হেনো যাব পৰা নাই।"

মীৰজুমলা হঠাৎ ৰবেছি গম্ভীৰহৈ পৰিল। দৃঢ়তাৰে ক'লে,— "ভয় নাই দিলীৰখাঁ! খোদাৰ মৰ্জি হ'লে আমি চামধৰাকোঁঠ পাৰহৈ যামেই—"

"সেইটোতো একেবাৰে সঁচা কথা নবাব চাহাব! একেবাৰে—"

"তাৰ বাবে—" মীৰজুমলাই যেন হুকুম দিলে—"আমাৰ বছা বছা অশ্বাৰোহী, পদাতিক, হিলৈদাৰ সকলো সষ্টম কৰা। এতিয়ালৈকে কামত নহা ভেৰোণীয়া সৈন্যবিলাকক আমি এতিয়াৰ পৰা কামত খটুৱাম—"

আঢ়ৈ হাজাৰী মনচবদাৰ মহম্মদ বেগ আহি কুৰ্ণিচ কৰি থিয় হ'ল। মীৰজুমলাই তেওঁৰ মুখলৈ চাই গুড়গুড়ীৰপৰা মুখ নাতৰোৱাকৈ ইঙ্গিতেৰেই সুধিলে,—"কি খবৰ?"

"খবৰ পাইছো নবাব চাহাব—" মহম্মদবেগে ক'লে,— "অসমীয়াৰ উজীৰ বুঢ়া গোহাঁইৰ অলপতে বোলে মৃত্যু হৈছে—"

"বহুত খুছ, বহুত খুছ—" মীৰজুমলাই পৰম হৰিষেৰে উচ্চাৰণ কৰিলে আৰু সুধিলে—"আৰু?"

"আৰু নবাব চাহাব! গম পোৱা হৈছে আমি অধিকাৰ কৰি লোৱা কোঁঠকেইটাৰ সেনাপতিকেইজনৰ মনোমালিন্যৰ বাবেই বোলে ইমান দিন অসমীয়াহঁতে যুঁদ্ধ কৰা নাছিল।"

"আচ্ছা!" মীৰজুমলাই দিলীৰখাঁৰ চকুত চকু থাপি ইঙ্গিতেৰেই যেন কথা পাতিলে। মহম্মদ বেগ ক'লে,—"আনকি গুৱাহাটীৰ বৰফুকনেও হেনো অসন্তুষ্ট হৈ যুঁজ কৰিব খোজা নাই—"

"দিলীৰখাঁ—"

"নবাব চাহাব!"

"খোদাতালাই আমাক সঁচাকৈয়ে মৰমৰ চকুৰে চাইছে। সময়ৰ সৎব্যৱহাৰ কৰিব নোৱাৰিলে আমি নিজৰ ওচৰত নিজেই অপৰাধী হ'ম—"



"সঁচা কথা নবাব চাহাব!" দিলীৰখাঁই সমৰ্থন কৰিলে আৰু ক'লে,—"মই যাওঁ, শিমলুগড় আৰু চামধৰা কোঁঠৰ যুঁজৰ বাবে সৈন্যবিলাক প্ৰস্তুত কৰি তোলোগৈ।"

"মহম্মদ বেগ! তুমিও যোৱা," মীৰজুমলাই মহম্মদ বেগলৈ চাই আদেশ দিলে,—"দিলীৰখাঁক সহায় কৰাগৈ।"

দিলীৰখাঁৰ লগতে মহম্মদ বেগে কুৰ্ণিচ কৰি আঁতৰি গ'ল। মীৰজুমলাই তামিঘৰাৰ বাহিৰ ওলাই আহি লুইতৰ পানী আৰু বালিত দেও দি ফুৰা সৈন্যবিলাকক নিৰীক্ষণ কৰিলে আৰু শেষত মূৰ তুলি আকাশখনৰ চাৰিওচুকলৈ বহুত সময় চাই চাই যেন কিবা ভাবিলে। বেলিটো ধীৰে ধীৰে ডুব যাব খুজিছে পশ্চিম আকাশত। লাজৰ আভাৰে ৰঙচুৱা হৈ উঠিছে আকাশখনৰ গালমুখ। লুইতৰ পানীত ঢৌ তুলি মাজে মাজে শিহুবিলাকে টুপাই বুৰ মাৰিছে।

মানুহৰ মাত শুনি মীৰজুমলাই একাষলৈ উভতি চালে সন্ত্ৰমেৰে থিয় হৈ আছে নবাবজাদা মহম্মদ আমীন। অন্যফালৰপৰা কাষ চাপি আহিছে ৰছিদখাঁ আৰু ফিৰোজখাঁ।

"আব্বাজান!" মহম্মদ আমীনে মীৰজুমলাক মাতিলে।

"কি হৈছে মহম্মদ!"

"আম্মাজানে খবৰ দি পঠাইছে আজি সন্ধ্যা ছাহবুৰুজৰ শিবিৰত গজল আৰু ছায়েৰৰ মেহফিল বহিব। ছৰোদ আৰু ছাৰেঙ্গীত কি ৰাগৰ আলাপ—"

"দৰবাৰী।" মীৰজুমলাই অকণো নভবা-নিচিন্তাকৈ তপৰাই ক'লে। ৰছিদখাঁ আৰু ফিৰোজখাঁই চকুলৈ চোৱাচুই কৰিলে আৰু ইঙ্গিতেৰেই কিবা যেন কথা পাতিলে।

নবাব মীৰজুমলাৰ অতি প্ৰিয় দৰবাৰী ৰাগ শুনি শুনি অৰুচি হৈ উঠিছে সকলোৰে।

মেহফিলৰ নাম ল'লেই ফিৰোজাবাদৰ খুব্‌চুৰত বাঈজী ছুৰাইয়া বিবিলৈ মনত পৰে ৰছিদখাঁৰ। লগত লৈ আহিব পৰা হ'লে কি মৌজ হ'লহেতেন! কিন্তু—

ৰছিদখাঁ চঞ্চলহৈ উঠিল। সত্তৰ বছৰীয়া বুঢ়া নবাব মীৰজুমলাই বান্দী, বেগম সকলো লগত লৈ যুঁজলৈ আহিছে। অস্থায়ী জেনানা মহলত পাঁচশজনী তিৰোতা থকাৰ ব্যৱস্থা কৰি দিছে ৰছিদখাঁই। কিন্তু ৰছিদখাঁৰ দৰে ডঙুৰা মানুহ ছৰোদ আৰু ছাৰেঙ্গীত দৰবাৰী ৰাগ শুনি শুনি জীয়াই থকাযে কি কষ্টকৰ তাক বুজে কোনে?

ৰছিদখাঁই চকুহাল মুদি দিলে। কাণত ঘুঙ্‌ৰুৰ শব্দ আহি পৰিল। বুকু ভেদি যোৱা চকুৰ ঠাঁৰ দি আগলৈ পাছলৈ আহি গৈ, ঘূৰি ঘূৰি মঙহাল নিতম্ব আৰু ৰসেৰে ভৰা উঠন বুকু ফুলাই নাচিবলৈ আৰম্ভ কৰিছে ছুৰাইয়া বিবিয়ে। ঘূৰি ঘূৰি আহি ৰছিদখাঁৰ কোঁচত বহি মুখত মুখ লগাই খিলখিলকৈ হাঁহি উঠিছে।

'ওৱা-ওৱা-ওৱা' হঠাৎ হো-হোকৈ হাঁহি হাত-তালি দি তাৰিফ কৰিলে ৰছিদখাঁই। লগে লগে সম্বিত ঘূৰাই পাই নবাব মাজুমখাঁই শুনিলে বুলি ভয়ত শিয়ৰি উঠিল। কিন্তু চকু মেলি দেখিলে মনচবদাৰ ফিৰোজখাঁ হাঁহি হাঁহি সম্মুখত থিয় হৈ আছে। নবাব মীৰজুমলা মহম্মদ আমীনৰ লগত কথা পাতি পাতি অলপ সময়ৰ আগতেই আঁতৰি গ'ল। ৰছিদখাঁই লাজ ঢাকিবলৈ লৰালৰিকৈ ক'লে,—

"আমাৰ বাবে কামৰূপ-কামাখ্যাৰ কোনোবা ছুৰী এজনীৰ ব্যৱস্থা কৰা দোস্ত্! এনেকৈ টপ্পা-খেয়াল-ঠুংৰী-গজল শুনি শুনি কিমান দিন বাৰু জীয়াই থাকিম?"

ফিৰোজখাঁই খুক্‌খুককৈ ধূৰ্তামিৰ হাঁহি মাৰিলে আৰু গোপন কথা কোৱাৰ দৰে ফুচফুচাই ক'লে,—"মই এজনী ঠিক কৰিছোয়েই দোস্ত্!"



ৰছিদখাঁই আনন্দত চকুহাল ডাঙৰ ডাঙৰকৈ মেলি দিলে।

"কছম্?"

"কছম্ ভাই চাহাব!" ফিৰোজখাঁই ক'লে,—"কিন্তু মেহফিলৰ ব্যৱস্থা কৰিবলৈ এটুকুৰা আছুতীয়া ঠাই ক'ত পাবা? নবাব চাহাবতো বাদেই দিলীৰখাঁই যদি কেনেবাকৈ গম পায়—"

"ভয় নাই ভাইজান! মোৰ তামিঘৰাতে বিবিজানক লুকুৱাই ৰাখিম। কিন্তু কোৱাচোন এই হীৰা-টুকুৰা তুমি কেনেকৈ যোগাৰ কৰিলা?"

"তুমি জানো নাজানা দোস্ত্—" ফিৰোজখাঁই বৰ আমোদেৰে তত্ত্ব কথা কোৱাৰ সুৰত ক'লে,—"বাৰিষা যেতিয়া চাৰিওফালে বানপানী হয় বনৰ আঁজলী হৰিণীয়ে তেতিয়া নিজেই তাৰ শত্ৰু মানুহৰ ওচৰত আশ্ৰয় বিচাৰি আহে?"

"আৰু ধূৰ্ত মানুহে তেতিয়া তাইৰ কোমল মঙহেৰে পেটপূৰাই এসাজ খায়?"

'ওৱা ওৱা'কৈ প্ৰাণখুলি হাঁহিবলৈ ধৰিলে ৰছিদখাঁই। লগে লগে ফিৰোজখাঁয়ো।

স্বাধীন অসমৰ ৰাজধানী গড়গাওঁ। ৰাজচ'ৰা।

যুঁজৰ বতৰা পাবলৈ উৎকণ্ঠাৰে বাটচাই আছিল স্বৰ্গদেও আৰু পাত্ৰ-মন্ত্ৰীসকল। কটকীয়ে আহি আঁঠুলৈ ক'লে,—"স্বৰ্গদেও ঈশ্বৰ! শতৰু আহি শৰাইঘাট পালেহি।"

"শৰাইঘাট??" আৰ্তস্বৰে উচ্চাৰণ কৰিলে সকলোৱে। সাতখলপীয়া সোণৰ সিংহাসনত বহি থকা স্বৰ্গদেও জয়ধ্বজ সিংহ

জয় পৰি গ'ল । কাঁহ পৰি জীণ গ'ল ৰাজসভা । কটকীয়ে পুনৰ ক'লে,—"মানাহৰমুখৰ বাহিৰে পঞ্চৰতনৰপৰা পাণ্ডু-শৰাইঘাটলৈ ক'তো আমাৰ সৈন্যই কাঁড় এদালো নামাৰিলে ।"

সৰগপৰা মানুহৰ দৰে কেইবাটাও মুহূৰ্ত থৰ হৈ থাকিল স্বৰ্গদেও । শেষত বৰ গোহাঁইলৈ চাই সুধিলে,—"যুঁজ কৰিবলৈ আমাৰ জানো সমল-পাতি একো নাছিল ?"

"সকলো আছিল স্বৰ্গদেও !" বৰ গোহাঁয়ে ভয়ে ভয়ে ক'লে,—"যুঁজিবলৈ আমাৰ সৈন্য-সামন্ত সকলো সাজু হৈ আছিল । তথাপি বৰফুকন ডাঙৰীয়াই যুঁজ কৰাৰ আদেশ নিদি পাছ হুহকি আহিবলৈ কৈছে কিয় মই ধৰিবপৰা নাই ।"

অত্যধিক অসন্তুষ্টিৰে স্বৰ্গদেৱে মুখলৈ চাই থকা দেখি নিজৰ গাৰ দোষ এৰুৱাবৰ চেষ্টা কৰি বৰ গোহাঁয়ে ক'লে,—"বৰফুকনক আগতীয়াকৈ স্বৰ্গদেও ঈশ্বৰৰ আদেশ শুনোৱা হৈছিল । তেখেতে কিন্তু এতিয়া কৈছে যুঁজিবলৈ হেনো ক'তো সুচল পোৱা নাই ।"

"বৰফুকনৰ তেন্তে মতিচ্ছন্ন হৈছে ডাঙৰীয়া ।" খং আৰু বিৰক্তিৰে স্বৰ্গদেৱে ক'লে,—"হাতীচলাৰপৰা পাণ্ডু-শৰাইঘাটলৈ পাচোটাকৈ কোঁঠত যুঁজিবলৈ সুচল নাই বুলি ক'লে বিশ্বাস কৰিব কোনে ? আমি তেন্তে ক'ত সুচল পাম—মোগলে যেতিয়া গৰগাওঁ ল'ব, তেতিয়া ?"

স্বৰ্গদেও কেইটামান মুহূৰ্ত অন্যমনস্ক হৈ থাকিল । এসময়ত নতুন কথা অৱতাৰণা কৰাৰ সুৰত ক'লে,—"দেশৰ এনে দুৰ্যোগৰ সময়ত বুঢ়া গোহাঁই ডাঙৰীয়াৰ অনুপস্থিতি মই বৰকৈ অনুভৱ কৰিছো ডাঙৰীয়াসকল ! আমাৰেই তুৰ্কপাল যুঁজলৈ আগবাঢ়ি যাওতেই দেশৰ ধৰণী বুঢ়া গোহাঁই ডাঙৰীয়াৰ পৰলোক ঘটিল । এনে সময়ত আমাক এজন যোগ্য গুৰিয়ালৰ নিতান্ত প্ৰয়োজন ।"



বৰ গোহাঁয়ে লৰালৰিকৈ খনিকৰ বৰুৱা বাঁহগড়ীয়া দীঘলা গোহাঁইৰ মুখলৈ চালে । বয়সত ডেকা হ'লেও অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী দীঘলা গোহাঁইৰ মুখমণ্ডলত ভাৱান্তৰৰ লেশমানো চিন নাই ।

স্বৰ্গদেৱৰ ইচ্ছাৰ কথা বুজিবলৈ বৰ গোহাঁইৰ অকণো অসুবিধা নহ'ল । মোগলৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি মৃত্যুমুখত পৰা নেওঁগ বুঢ়া গোহাঁইৰ ঠাইত স্বৰ্গদেৱে দীঘলা গোহাঁইকেই উপযুক্ত পাত্ৰ বুলি ভাবিছে । কিন্তু—

স্বৰ্গদেৱৰ চকু পৰাত বৰ গোহাঁই যেন উচপ খাই উঠিল । মনৰ কথা ধৰিব পাৰিছে বুলি ভয় খাই তেওঁ তলকা মাৰিলে ।

পিছ মুহূৰ্ততে স্বৰ্গদেৱৰ মাত শুনিলে বৰ গোহাঁয়ে । দীঘলা গোহাঁইক উদ্দেশ্য কৰি কৈছে,—"গোহাঁইদেৱেই কওকচোন যুদ্ধ-ক্ষেত্ৰত আমাৰ অপাৰগতাৰ কাৰণ কি ? কিহৰ কাৰণে আমাৰ সৈন্যদলে মোগলক কোনো এটা কোঁঠতো ভেটিবপৰা নাই ?"

"স্বৰ্গদেও ঈশ্বৰ !" দীঘলা গোহাঁয়ে ক'লে,—"আমাৰ বোধ-কৰো সঁচাকৈয়ে মতিচ্ছন্ন হৈছে । মানাহৰমুখৰপৰা আহি পোৱা চেতিয়া ফুকনে স্বৰ্গদেৱক জনাব চাৰিটাকৈ কোঁঠৰ ফুকনৰ লগত যোগ হৈ স্বয়ং বৰফুকনে কেনেকৈ—"

আপদীয়া 'ষড়যন্ত্ৰ' শব্দটো উচ্চাৰণ কৰিব বুলি স্বৰ্গদেৱৰ লগতে সকলো ডা-ডাঙৰীয়া শিয়ঁৰি উঠিল । দীঘলা গোহাঁয়ে ক'লে,—"কায়স্থ ভড়ালী বৰুৱাক পৰ্বতীয়া ফুকন পতাৰ কাৰণে অসন্তুষ্ট হৈ তেওঁলোকে ৰণলৈ পিঠি দিছে ।"

স্বৰ্গদেও চঞ্চল হৈ উঠিল । ক'লে,—"উপযুক্ত বিবেচনা কৰিয়েই ভড়ালী বৰুৱাক পৰ্বতীয়া ফুকন পতা হৈছিল ডাঙৰীয়া । শিৰফুটা আহোমৰ ঘৰৰ নহ'ল বুলিয়েই কায়স্থ ভড়ালী বৰুৱা পৰ্বতীয়া

ফুকন হ'ব নোৱাৰিব তেনে কথা মই বিশ্বাস নকৰো । মানুহৰ যোগ্যতা জাতকুলত নাথাকে, থাকে দেহ আৰু মনৰ বলত । হৃদয়ৰ বলেৰে বলীয়ান নহ'লে শিৱফুটা আহোমৰ ঘৰৰ ল'ৰাও জানো কাপুৰুষ আৰু দেশদ্ৰোহী নহয় ?''

''সঁচা কথা স্বৰ্গদেও! ফুকনকেইজনে ভুল বুজিছে—'' ৰাজমন্ত্ৰী ফুকনে স্বৰ্গদেওৰ কথাত হয়ভৰ দিলে ।

''তেওঁলোকে এই সময়তহে ভুল বুজিলে ?'' ৰাজমন্ত্ৰী ফুকনৰ মুখতে ধৰি ক'লে স্বৰ্গদেৱে—''কিবা ক'ব লগা থাকিলে আগতেই নক'লে কিয় ? দেশৰ এনে দুৰ্য্যোগৰ সময়ত—'' স্বৰ্গদেও উত্তেজিত হৈ পৰিল—''নহয় নহয় ডাঙৰীয়াসকল ! নিশ্চয় তেওঁলোকে কিবা গুৰুতৰ ষড়যন্ত্ৰত লিপ্ত হৈহে এনে কৰিছে । মই আদেশ দিছো ফুকনকেইজনক বন্দী কৰি ৰাজসভালৈ বিচাৰৰ বাবে অনাওক । এই অমাৰ্জনীয় অপৰাধৰ বাবে দেশদ্ৰোহীকেইজনক নিজ হাতে মই—''

স্বৰ্গদেওৰ কথাৰ মূৰত কথা ক'বলৈ কোনেও সাহস নকৰিলে । সকলো মনে মনে থকা দেখি খনিকৰ বৰুৱাই শান্তভাৱে ক'লে,— ''স্বৰ্গদেৱৰ আজ্ঞা হ'লে বন্দীয়ে কথা এষাৰ কয়—''

স্বৰ্গদেৱে নিৰবে সন্মতি জনালে । দীঘলা গোহাঁয়ে ক'লে,— ''স্বৰ্গদেওৰ আদেশ শুনাই ৰাজসভাত কিয় যুঁজৰ পথাৰতে অপৰাধী-সকলক শাস্তিও বিহিবপৰা হয় । কিন্তু—''

স্বৰ্গদেও বিৰক্ত হৈ উঠিল । অসন্তুষ্টিৰে ক'লে,—''কিন্তুৰ কথা ভাবিবৰ এতিয়া আমাৰ সময় ক'ত ডাঙৰীয়া ? জোৰ পুৰি হাত পালেহি, কামৰূপ অধিকাৰ কৰি মোগল সৈন্য—''

''বন্দীয়ে সেইকথা ভাবিয়েই কৈছে স্বৰ্গদেও !'' দীঘলা গোহাঁয়ে ক'লে,—আমাৰ এতিয়া দুদিন । শত্ৰু বৰঘৰৰ দুৱাৰমুখ



পাইছেহি । এনে সময়ত দেশৰ ধৰণী বৰফুকন আৰু চাৰিজনকৈ পালি ফুকনক যদি শাস্তি দিয়া হয়, শত্ৰুৱে আসৈহে পাব । দোষীক শাস্তি আমি মোগল শতৰুক খেদি উঠিও জানো দিব নোৱাৰিম স্বৰ্গদেও ?''

মুহূৰ্ততে স্বৰ্গদেও শান্ত হৈ পৰিল । দীঘলা গোহাঁইৰ যুক্তিপূৰ্ণ অভিমতত ৰাজসভাৰ সকলো ডা-ডাঙৰীয়াও সন্তুষ্ট হ'ল । স্বৰ্গদেৱে উপদেশ বিচৰাৰ সুৰত সুধিলে,—

''তেন্তে আপোনাৰ মনেৰে আমি এতিয়া কি কৰা ভাল ?''

''মোৰ মনেৰে স্বৰ্গদেও, বাহুলী ফুকনক স্বৰ্গদেওৰ চকুৰ আগত আনি ৰখোৱা হওক । পালি ফুকনকেইজনক যুঁজৰ থলিতে ৰখাই—''

''আৰু বৰফুকনক ? সকলোতকৈ প্ৰধান দোষী বৰফুকনহে ডাঙৰীয়া !''

''দোষী সাব্যস্ত কৰিবলৈ বিচাৰ এতিয়াও হোৱাই নাই স্বৰ্গদেও ! ফুকনকেইজনৰ মুখৰ কাণ বাগৰি অহা কথাৰ পৰাহে গম পোৱা হৈছে যে বৰফুকনে বোলে যুঁজলৈ পিঠি দিছে । বন্দীৰ ধাৰণা, শুনা কথাতে লাগি বৰফুকনৰ লেখীয়া ডাঙৰ বিষয়া এজনক এই সময়ত—''

''কিন্তু যদি দিন পালেই ক্ষণ পোৱাৰ দৰে হয় ? গোজেই গছ হৈ যদি অজৰ অমৰ হৈ—''

স্বৰ্গদেৱে আৰু কিবা ক'ব খুজিছিল, ৰাজমন্ত্ৰী ফুকনে ক'লে,— ''বন্দীৰ মনেৰেও অপৰাধ আৰু অপৰাধী সম্বন্ধে আলোচনা কৰি আমি এতিয়া সময় নকটোৱাই ভাল স্বৰ্গদেও ! চামধৰা আৰু শিমলুগড়ত মোগলক আমি প্ৰাণপণে ভেটা দিয়াহে কথা—''

"কিন্তু তাৰ আগতেই যুঁজৰ গুৰীয়াল এজন আমি পাতি লোৱা ভাল। মোৰ ইচ্ছা দেশৰ এনে দুৰ্য্যোগৰ সময়ত বাঁহগড়ীয়া আঁতন গোহাঁইদেৱেই বুঢ়া গোহাঁইৰ ভাৰখন গ্ৰহণ কৰি—"

দীঘলা গোহাঁয়ে লৰালৰিকৈ স্বৰ্গদেৱৰ সন্মুখত আঁঠু ল'লে আৰু ক'লে,—"এনে সময়ত এজন উপযুক্ত লোককহে এই গুৰুভাৰ—"

"আমি গোহাঁইদেওকেই উপযুক্ত বুলি ভাবিছো—" স্বৰ্গদেৱে সন্মতিৰ কাৰণে যেন সকলো ডাঙৰীয়াৰ মুখলৈ চালে। বৰ গোহাঁইৰ বাহিৰে সকলোৱে মুখ ফুটাই সমৰ্থন কৰিলে। পাত্ৰ নিৰ্বাচনত বৰ গোহাঁই যেন সন্তুষ্ট হোৱা নাই তেনে লাগিলেও কথাটো কোনেও লক্ষ্য নকৰিলে।

দীঘলা গোহাঁয়ে আকৌ এবাৰ সেৱা কৰি ক'লে,—"অযোগ্য হ'লেও স্বৰ্গদেও আৰু ৰাইজৰ আশীৰ্বাদ মই শিৰ পাতি গ্ৰহণ কৰিছো। এই সময়ত দেশখনৰ কথা ভৰাতোহে আমাৰ প্ৰথম কথা। য'তেই যেনেকৈয়ে নহওক শত্ৰুক আমি ভেটিবই লাগিব। তাৰ বাবে মই নিজে যাও শিমলুগড়লৈ। স্বয়ং বৰ গোহাঁই ডাঙৰীয়া ওলাওক চামধৰালৈ। ৰাজমন্ত্ৰী ফুকন থাকক গড়গাওঁত—"

"আৰু বৰফুকন ?" স্বৰ্গদেৱে উদ্বিগ্নতাৰে সুধিলে।

"বৰফুকনৰ আলেখ-লেখ চামধৰা আৰু শিমলুগড়ৰপৰা আমি দুজনে ল'ব পাৰিম স্বৰ্গদেও ঈশ্বৰ ! কলিয়াবৰত থাকি পোতাকলং আৰু দিজু কোঁঠৰ ৰণ তেওঁ পৰিচালনা কৰিব।"

"তেন্তে ডাঙৰীয়াসকল—" স্বৰ্গদেৱে কিঞ্চিৎ সকাহ পাই যেন ক'লে,—"ৰাজ্যৰ সকলোকে শুনাই দিয়ক মাতৃভূমি ৰক্ষাৰ বাবে সকলো সাজু হৈ ওলাওক।" বৰ বৰুৱাৰ মুখত চকু থাপি পুনৰ ক'লে স্বৰ্গদেৱে—"আজিৰেপৰা বৰ পথাৰত যুঁজৰ আখৰা হ'ব।



কালিলৈ মই নিজে আখৰা চাবলৈ যাম। সন্ধিয়া ভৰালীক কওক ভৰালত থকা বয়বস্তুৰ হিচাপ আজিৰ ভিতৰতে মোক জনাব লাগে—"

বৰ বৰুৱাই মূৰ দোৱাই সন্মতি জনালে।

বৰ চ'ৰাৰ মেল ভাগিল।

স্বৰ্গদেৱে ভিতৰুৱাকৈ কিছুসময় বুঢ়া গোহাঁই আৰু চেতিয়া ফুকনৰ সৈতে কথা পাতিলে। শেষত পোনে পোনে গৈ পৰ্বতীয়া কুঁৱৰীৰ টোল পালেগৈ। দেখাৰ লগে লগে পৰ্বতীয়া কুঁৱৰীয়ে হাঁহি হাঁহি আগুৱাই আহি ক'লে,—"আপোনাৰ দেখিছো মূৰৰ চুলিৰ সমান আয়ুস হ'ব।"

"কিয় ?"

"অলপ আগতে আপোনাৰ কথা ওলাইছিল। নাম লোৱাৰ লগে লগে—"

"হয় নেকি ? নাম মানে নিশ্চয় বদনাম।"

"বদনাম আকৌ হ'ব কিয় ? সুনাম।"

"সুনাম ? কাৰ আগতনো বখনা হৈছিল ?" পৰ্বতীয়া কুঁৱৰীয়ে কৃত্ৰিম বিৰক্ত হোৱাৰ দৰে ক'লে,—"উভহা উভহাকৈ উত্তৰ দিলে কোৱা নহ'ব।"

"তেন্তে মই বাৰু মনে মনে আছো, কৈ যোৱা।" স্বৰ্গদেৱে ক'লে।

"দেউতাহঁত আহি সোমাইছিল।" পৰ্বতীয়া কুঁৱৰীয়ে ক'লে,— "স্বৰ্গদেৱে বুজি পালে 'দেউতা' মানে ৰাজমন্ত্ৰী ফুকন। সুধিলে,— "আৰু ?"

"পৰ্বতীয়া ফুকন। তেওঁৰ বোলে তোলনীয়া জীয়েকজনীক শইকীয়া এটাই ধৰি ৰখালে।"

পৰ্বতীয়া ফুকনৰ নাম শুনি স্বৰ্গদেও অন্যমনস্ক হৈ পৰিল। কিন্তু কেইটামান মুহূৰ্তৰ ভিতৰতে নিজক সংযত কৰি সুধিলে—"আৰু কি ক'লে ? কিবা ৰজা ভঙা-পতাৰ কথা—"

"আপোনাৰ পেংলাই থওকচোন।" শাসন কৰাৰ সুৰত পৰ্বতীয়া কুঁৱৰীয়ে ক'লে,—"বৰ চ'ৰাৰ মেলৰ কথা পাতিলে। পৰ্বতীয়া ফুকনৰ ওপৰত বোলে আপোনাৰ পাখৰী পটেশ্বৰীৰ ককায়েক গৰম ?"

স্বৰ্গদেৱে লগে লগেই মন্তব্য কৰিলে,—

"পাখৰী পটেশ্বৰীৰ ককায়েকেই নহয়, সাধনী পটেশ্বৰীৰ নিচাইদেৱেকো।"

শুনাৰ লগে লগে পৰ্বতীয়া কুঁৱৰী জ'য় পৰি গ'ল। নিচাই-দেৱক চেংমুন বৰফুকনৰ দায়ৰ কথা স্বৰ্গদেৱে গম পোৱা নাই বুলি ভাবিয়েই তেওঁ কথাটো কৈছিল। আৰু কিবা ভিতৰুৱা কথা ওলাই পৰে বুলি লৰালৰিকৈ অভিমান কৰাৰ সুৰত ক'লে,—

"টুটকীয়াহঁতে যে আমাৰ ঘৰৰ নামত লগাব মই আগতেই জানো।" সেই সময়তেই বাৰ-চৈধ্য বছৰীয়া ল'ৰা এটা উধাতু খাই সোমাই আহিল। মুখৰ আগতে স্বৰ্গদেৱক দেখা পাই সি মুছকছ যোৱাৰ দৰে হ'ল। ভিৰাই লৰ মাৰিব খোজা ল'ৰাটোক পৰ্বতীয়া কুঁৱৰীয়ে শাসনৰ সুৰত ক'লে,—"কলীয়া ! এইফালে আহ !"

ভয়ে ভয়ে কলীয়া কাষ চাপি আহিল আৰু তলমূৰ কৰি ৰ'ল। পৰ্বতীয়া কুঁৱৰীয়ে তাক ভৎ'সনা কৰিলে,—

"কিমান দিন তোক কৈছো, বোপাদেউতাৰ আহিলে কাষ চাপিবি—কথা নুশুন ?"

স্বৰ্গদেৱে ল'ৰাটোৰ মুখলৈ চালে। সাধনীৰ শুৱনী মুখৰ গঢ় তাৰ মুখত অকণো নাই। সেইজনী মাকৰ পুতেক বুলি তাক



চিনাৰ উপায় নাই। সি যেন তাৰ হাতী মাউত বাপেকৰ তেজ লৈ জন্ম হৈছে।

স্বৰ্গদেও বিৰক্ত হৈ উঠিল। জোৰ কৰি তেওঁৰপৰা কলীয়াৰ পিতৃত্ব আদায় কৰিব খুজিছে পৰ্বতীয়া কুঁৱৰীয়ে।

"তাক আপুনি মৰমেই নকৰে ?" অভিমান ভৰা কণ্ঠেৰে কুঁৱৰীয়ে ক'লে।

"মইনো আৰু কি মৰম কৰিম ?" স্বৰ্গদেৱে ক'লে।

"পাখৰীৰ জীয়েক ৰমণীক দেখোন দিনে নিশাই সাবটি ধৰি থাকে ?" দন্দুৰী তিৰোতাৰ দৰে পৰ্বতীয়া কুঁৱৰী গুজগুজাই উঠিল।

অসন্তুষ্ট হ'লেও স্বৰ্গদেও নিমাতে থাকিল। কথা বঢ়াই লাভ নাই। মুখৰা পৰ্বতীয়া কুঁৱৰী সতিনীৰ ঈৰ্ষাত জ্বলি-পকি মৰিব লাগিছে। হাতী মাউতৰ ঘৈণীয়েক হৈ থাকোতে অৰ্জা সকলো কুস্বভাৱ ৰজা ঘৰলৈও লৈ আহিছে সাধনীয়ে। মাত্ৰ মুখখনহে দেখিবলৈ ধুনীয়া। ৰূপহী পৰ্বতীয়া কুঁৱৰীৰ দেহৰ কোঁহে কোঁহে যেন লুকাই আছে বিষাক্ত গৰল।

"স্বৰ্গদেও!" কাৰোবাৰ মাতত চকখাই উঠিল স্বৰ্গদেও। মূৰ তুলি চাই দেখিলে পৰ্বতীয়া ফুকনে আহি আঁঠু লৈছে। মুহূৰ্ততে সকলো দুশ্চিন্তা জোকাৰি স্বৰ্গদেৱে সুধিলে,—

"তুমি কেতিয়া পালাহি মনথিৰ ?"

"অলপ আগতে স্বৰ্গদেও! বৰ আইচুদেউতাৰ টোললৈ গৈছিলো, দেখা কৰি আহিলো।

স্বৰ্গদেও অলপ সময় মনে মনে থাকিল। পৰ্বতীয়া ফুকনে কিবা এটা ক'বলৈ মুখ মেলিছিল, হঠাৎ স্বৰ্গদেৱে ক'লে,—

"মানুহে বহুত কথা ক'ব খুজিছে মনথিৰ !"

"গম পাইছো স্বৰ্গদেও !" পৰ্বতীয়া ফুকনে ক'লে,—"স্বৰ্গদেও ঈশ্বৰে নিজেই জানে, বিষয়াপদৰ বাবে মোৰ অকণো লোভ নাছিল । বাড়ুলী ফুকনক যদি বৰফুকনো পতা হয়—"

স্বৰ্গদেৱে বাধা দি ক'লে,—"সেইবিলাক বাৰু থাওক মনথিৰ ! দেশখন এতিয়া কেনেকৈ ৰক্ষা কৰা হয় সেয়াহে ভবা কথা—"

পৰ্বতীয়া ফুকনে ভাৰস্থিৰে ক'লে,—"স্বৰ্গদেও ঈশ্বৰৰ মই দাসৰো দাস । মোক যিহকেই আজ্ঞা দিয়ে—"

"বুঢ়া গোহাঁই, বৰ গোহাঁই দুইজন ডাঙৰীয়া ৰণলৈ ওলাইছে—" স্বৰ্গদেৱে ক'লে,—"ৰাজমন্ত্ৰী ফুকন আৰু তুমি সোণাপুৰ গড়গাওঁ চহৰখন ৰক্ষা কৰাৰ ব্যৱস্থা কৰা—"

মূৰ দোঁৱাই সন্মতি জনালে পৰ্বতীয়া ফুকনে আৰু স্বৰ্গদেৱৰ মনৰ ভাব ধৰাৰ চেষ্টা কৰি ক'লে,—

"স্বৰ্গদেওৰ শ্ৰীচৰণত মই গোহাৰি জনাইছিলো—মোৰ ছোৱালীজনী—"

"বৰফুকনক মই আদেশ দিছো ।" স্বৰ্গদেৱে লগে লগে ক'লে,—"কিন্তু এইসময়ত মোৰ কাৰো ব্যক্তিগত কথা ভাবিবৰ সময় নাই মনথিৰ ! মোগল শত্ৰুক খেদাই পিতৃপিতামহৰ দেশখন ৰখাব নোৱাৰিলে মই মৰিও শান্তি নাপাম !"

স্বৰ্গদেওৰ মুখ করুণ হৈ পৰিল । বৰবেছি চিন্তাযুক্ত যেন দেখা গ'ল । পৰ্বতীয়া ফুকনৰ হঠাৎ ধাৰণা হ'ল মনথিৰ আৰু খহুৰা গোহাঁইৰ সেই পুৰণা সম্বন্ধটোৰ কোনোবাখিনিত যেন এটা ডাঙৰ ফাট মেলিলে ।

পৰ্বতীয়া ফুকন শঙ্কিত হৈ উঠিল ।

"তুমি মোক পিছত লগ ধৰিবা । আদেশৰ সুৰত হঠাৎ ক'লে স্বৰ্গদেৱে আৰু থিয় হ'ল । পৰ্বতীয়া কুঁৱৰীৰ অনুৰোধ



উপেক্ষা কৰি স্বৰ্গদেও টোলৰপৰা বাহিৰহৈ গ'ল আৰু বৰ বাটঘৰৰ ফালে খৰখেদাকৈ যাবলৈ ধৰিলে ।

পাহৰি এৰি অহা কিবা এটা ডাঙৰ কাম কৰিবলৈ যেন স্বৰ্গদেও লৰালৰিকৈ আঁতৰি গৈছে । পৰ্বতীয়া ফুকনৰ মনত ভাব হ'ল—কাম নহয়, মনথিৰ আৰু পৰ্বতীয়া কুঁৱৰীৰ ভয়ত যেন স্বৰ্গদেও পলাইছেহে ।

চামধৰা আৰু শিমলুগড় । অসমীয়া সৈন্যৰ একমাত্ৰ আশা আৰু ভৰসাৰ থল ।

গড়ৰ সন্মুখ ভাগত দুয়োফালে কেইবা নলো বহল, ডুটামান হাতী তল যোৱা ওখ প্ৰাচীৰ । দক্ষিণফালে এই প্ৰাচীৰ চাৰিক্ৰোশ দূৰ বিস্তৃতহৈ এটা পৰ্বতৰ গাত অন্ত হৈছে । উত্তৰৰ প্ৰাচীৰ তিনিক্ৰোশ দীঘল হৈ আহি ব্ৰহ্মপুত্ৰৰ গাত লাগিছে । দুয়োখন প্ৰাচীৰৰ ভিতৰফালে কেইবা শাৰীও সৰু ডাঙৰ বুৰুজ । বাহিৰ-ফালে পাঁচশ নলমান দূৰত প্ৰাচীৰৰ সমান্তৰালকৈ খন্দা প্ৰকাণ্ড গড়খাৱৈ । গড়ৰ ভিতৰত সন্মুখৰ ফালে মুখ কৰি অলেখ সৰু বৰ হিলৈ সজাই থোৱা আছে । কাষে কাষে প্ৰস্তুত হৈ আছে সুনিপুণ হিলৈদাৰী সৈন্য । দক্ষিণফালে অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত হৈ ঘোঁৰা আৰু হাতীৰ পিঠিত বহি আছে সৈন্যৰ দল । মাজ ঠাইত এহাতত খোলা নৰা দা, অন্য হাতত ঢাল লৈ নতুবা ধেনুত বিহ লগোৱা কাঁড় জুৰি কেইবা হেজাৰো পদাতিক সৈন্য ।

মহামন্ত্ৰী আতন বুঢ়া গোহাঁই ডাঙৰীয়া বৰ সেনাপতিৰ অধীনত সৰ্বমুঠ তিনি লাখ অসমীয়া সৈন্য শিমলুগড়ৰ ৰণত শত্ৰুক ভেঁটা

দিবলৈ সাজু হৈ আছে। বৰ সেনাপতিৰ তলত অসমীয়া সৈন্যৰ ঘাই যুঁজৰ সেনাপতি পিকচাই চেতিয়া ফুকন আৰু ঘোঁৰা কোঁৱৰ বৰুৱা। এটা প্ৰকাণ্ড দঁতাল হাতীৰ পিঠিত বহি বুঢ়া গোহাঁই ডাঙৰীয়াই গড়ৰ ভিতৰত চাৰিওফালে ঘূৰি ঘূৰি সৈন্যৰ প্ৰস্তুতি পৰিদৰ্শন কৰিছিল। শুকুলা তেজী ঘোঁৰাত উঠি উত্তৰৰপৰা দক্ষিণলৈ ভাগে ভাগে সাজু হৈ থকা সৈন্যদলৰ পালি সেনাপতিকেইজনক যুঁজৰ প্ৰয়োজনীয় নিৰ্দেশ দি ফুৰিছিল ঘাই সেনাপতি পিকচাই চেতিয়া ফুকনে। এবাৰ কাষেৰে অন্য এফালে ঘোঁৰা ছুটাই যাব খোজা চেতিয়া ফুকনক বুঢ়া গোহাঁয়ে মতাই নি সুধিলে,—

"পঞ্চৰতনৰ সেই অসঞ্জাতী ফুকনকেইজন ক'ত আছে চেতিয়া ফুকন ?"

"সন্মুখ যুঁজলৈ আগবঢ়াই দিয়া হৈছে ডাঙৰীয়া !"

"সন্মুখ যুঁজলৈ ??"

"হয়। স্বৰ্গদেৱৰ আদেশ শুনাই তেওঁলোকক পালি সেনাপতি পতা হ'ল। লাহন ফুকন আছে অশ্বাৰোহী সৈন্যদলত, লাপেতি ফুকন পদাতিক আৰু ফুল বৰুৱা ফুকন নাও বৈচা ফুকনৰ অধীনত—"

"কিন্তু—" বুঢ়া গোহাঁয়ে কেইটামান মুহূৰ্ত গভীৰভাৱে চিন্তা কৰি ক'লে,—"তেওঁলোকক গড়ৰ বাহিৰ হৈ গৈ যুঁজ কৰিবলৈ দিয়া জানো উচিত হ'ব ফুকন ?"

"তেওঁলোকৰ ওপৰত চকু দিবলৈ কাষে কাষে আমাৰ বিশ্বাসী সৈন্য নিয়োগ কৰা হৈছে,—তেওঁলোকৰ গতিবিধি আমাক দি থাকিব—"

"তথাপি আমি সাৱধান হৈ থকা ভাল। উজনিৰপৰা গড়ৰ ভিতৰলৈ আহিবপৰা গোপন পথ কেনেবাকৈ সিহঁতে শত্ৰুক জানিবলৈ দিলে, খাদ্য যোগানৰ অভাৱত সকলো সৈন্য গড়ৰ ভিতৰতে মৰিব লাগিব—"



"তেন্তে ?" চেতিয়া ফুকনে যেন আদেশলৈ বাট চালে।

"মোৰ বোধেৰে অশ্বাৰোহী-পদাতিকৰপৰা আঁতৰাই তেওঁলোকক গড়ৰ ভিতৰত থকা হিলৈদাৰী সৈন্যৰ তত্ত্বাৱধান কৰিবলৈ ৰখা হওক। তেতিয়া হ'লে আমি দুজনেও তেওঁলোকৰ ওপৰত চকু দিব পাৰিম।"

চেতিয়া ফুকনে সন্মতি জনালে।

"আৰু শুনক—" বৰ সেনাপতিয়ে পুনৰ ক'লে,—"সকলো সৈন্যক জনাই দিয়ক, আমাৰ আদেশ অবিহনে গড় এৰি কোনো সৈন্য বাহিৰলৈ যাব নোৱাৰিব। পলাই যাব খোজা নাইবা কৰ্তব্যত গাফিলতি কৰা সৈন্যক হাতীৰে গছকাই মৰা হ'ব।"

চেতিয়া ফুকনে নিৰৱে সন্মতি জনালে। বুঢ়া গোহাঁয়ে হঠাৎ মনত পৰাৰ দৰে সুধিলে—"আমাৰ বছদ-পাতি, খাৰ-বাৰুদৰ ব্যৱস্থা ?"

"গড়ৰ ভিতৰত সকলো মজুত ৰাখা হৈছে। প্ৰয়োজন হ'লে দক্ষিণৰ দুৱাৰেৰে কলিয়াবৰহৈ দেৱগাঁৱৰপৰা অনা হ'ব। তাৰ ভাৰ দিয়া হৈছে ভড়ালী বৰুৱা আৰু সন্ধীয়া ফুকনৰ ওপৰত—"

"যদি কেনেবাকৈ দক্ষিণৰ দুৱাৰ বন্ধ হৈ যায় ?"

"উত্তৰৰ দুৱাৰ খোলা হ'ব। ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে পুবলৈ গৈ নাওঁ-নাৱৰীয়া সাজু হৈ থাকিব। যাতে প্ৰয়োজন হ'লেই উত্তৰপাৰ হৈ চামধৰা গড়ৰপৰা আনিব পৰা যায়।"

বুঢ়া গোহাঁই ডাঙৰীয়া সন্তুষ্ট হ'ল। আগলৈ গৈ থাকি থাকি চেতিয়া ফুকনক পুনৰ সুধিলে,—

"পানী যুঁজৰ প্ৰস্তুতি—"

"আপোনাৰ আদেশমতে নাওবৈচা ফুকনে সকলো ব্যৱস্থা কৰিছে ডাঙৰীয়া !" চেতিয়া ফুকনে ক'লে,—"পানী ফুকনে তেওঁক

সহায় কৰিব। চামধৰা গড়ৰ সেনাপতি স্বয়ং বৰ গোহাঁই ডাঙৰীয়াই প্ৰয়োজনীয় নিৰ্দেশ দিব। আৰু যদি নিতান্ত প্ৰয়োজন হয় আপোনাৰ পৰামৰ্শ বিচাৰিব—”

চেতিয়া ফুকনে সমৰ্থন বিচাৰি বুঢ়া গোহাঁই ডাঙৰীয়াৰ মুখলৈ চালে। ডাঙৰীয়াই ক'লে,—“বৰ গোহাঁই ডাঙৰীয়ালৈ ঘোঁৰাকোঁৱৰ বৰুৱাৰ হতুৱাই মোৰ আদেশ দি পঠাওক—উত্তৰ পশ্চিমত চামধৰা গড়ৰ আগলৈকে যুঁজৰ নাওঁ আৰু সৈন্য তেওঁ সাজু কৰি ৰাখিব আৰু আমাৰ কোঁঠৰ লগত তেওঁ অহৰহ যোগাযোগ ৰক্ষা কৰি চলিব। অন্যফালে দক্ষিণৰ পোতাকলঙৰ কোঁঠলৈকে গোটেই অঞ্চলত অশ্বাৰোহী আৰু পদাতিক সৈন্য আপুনি সাজু কৰি থওক। পোতাকলঙৰ কোঁঠৰ সেনাপতি বৰফুকন ডাঙৰীয়াৰ লগত আমাৰ চৰিয়া ৰখাব। আমি যেন ডাঁৰৰ বতৰা ডাঁৰে পাই থাকো।

সন্মতি জনালে চেতিয়া ফুকনে আৰু খৰখেদাকৈ অন্য এফালে আঁতৰি গ'ল।

পিছদিনা। ধলফাঁট দিয়াৰ লগে লগে প্ৰচণ্ড শব্দেৰে বৰহিলৈৰ শব্দ শুনা গ'ল। প্ৰত্যুত্তৰ দি গড়ৰ ভিতৰত থকা বৰহিলৈ ফুটিল আৰু বৰডবা আৰু বৰকাঁহত কোব পৰিল। লগে লগে গড়ৰ প্ৰাচীৰৰ ওপৰত সাজুহৈ থকা শ-শ হিলৈ গৰজি উঠিল।

যুদ্ধ আৰম্ভ হ'ল।

গোটেই গড়টো একে সময়তে আক্ৰমণ কৰা অসম্ভৱ যেন দেখি, গড়ৰ ঘাই বুৰুজটোৰ মুখা-মুখিকৈ মোগল সৈন্যই অস্ত্ৰশাল পাতি লৈছিল। দিলীৰখাঁৰ নিৰ্দেশত হিলৈদাৰী সৈন্যই গড়ৰ গালৈ লক্ষ্য কৰি অবিৰাম গুলি ফুটাবলৈ ধৰিলে। কিন্তু গড়ৰ মজবুত বুৰুজত আৰু কোঁঠৰ দেৱালত বৰহিলৈৰ গুলি পৰি মাত্ৰ উফৰি



যায়, গুলিৰ চাপ এটাও দেৱালত নবহে। গড় নাভাগেও, নখহেও। অসমীয়া হিলৈদাৰী সৈন্যই গড়ৰ ভিতৰত সুচল ঠাইত থাকি যুঁজ কৰাৰ কাৰণে হতাহত বিশেষ হোৱা নাই। কিন্তু মুকলি ঠাইত থাকি যুঁজ কৰিব লগা হোৱা মোগল সৈন্য জাকে জাকে বাগৰি পৰিবলৈ ধৰিলে। গোটেই দিনটো গুলি ফুটাই মোগলৰ হিলৈদাৰী সৈন্য ভাগৰি পৰিল। এনে ভাব হ'ল, এনেদৰে গুলি ফুটাই থাকিলে মোগল সৈন্যৰ খাৰবাৰুদ আৰু সৈন্য সকলো নিঃশেষ হৈ যোৱাৰ বাহিৰে লাভ একো নহয়।

সন্ধিয়া নবাব মীৰজুমলাই মনচবদাৰ দিলীৰখাঁক ক'লে,— “তোমাৰ অনুমানেই সত্য দিলীৰখাঁ! অসমীয়া সৈন্যই সঁচাকৈয়ে শিমলুগড়তেই যুঁজ দিবলৈ সাজু হৈ আছিল।”

দিলীৰখাঁই নিৰৱে শুনি থাকিল। তেওঁক বৰ বেছি চিন্তান্বিত যেন দেখা গ'ল। উপদেশ দিয়াৰ সুৰত মীৰজুমলাই কৈ গ'ল,— “কাইলৈৰ যুঁজত আমাৰ অশ্বাৰোহী আৰু পদাতিক সকলো সৈন্যক একেলগে তিনিওটা কোঁঠ আক্ৰমণ কৰিবলৈ আদেশ দিয়া দিলীৰখাঁ! এহাজাৰমান সৈন্যেৰে চামধৰাকোঁঠ আক্ৰমণ কৰক মনচবদাৰ ইস্মাইলখাঁই। পোতাকলঙৰ কোঁঠলৈ যাওক মহম্মদ বেগ আৰু ৰছিদখাঁ। বাকী সকলো সৈন্য তোমাৰ অধীনত থাকক শিমলুগড়ত।

“কিন্তু হিলৈৰ আগত অশ্বাৰোহী আৰু পদাতিক সৈন্যই কি কৰিব নবাব চাহাব?” দিলীৰখাঁই হতাশভাৱে ক'লে,—“অনাহকত আমাৰ সৈন্য হানিৰ বাহিৰে—”

“কিন্তু শত্ৰুয়েইবা গুলি ফুটাব কিমান? কেউফালৰপৰা মাটি পানী উভয়তে যুঁজ কৰি সিহঁতক যদি ব্যতিব্যস্ত কৰিব নোৱাৰি—”

অসন্তুষ্ট হ'লেও নবাব মীৰজুমলাৰ নির্দেশক আদেশ বুলি নিৰৱে সন্মতি জনালে দিলীৰখাই।

পুঁৱতি নিশাৰ পৰা যুঁজ আকৌ আৰম্ভ হ'ল।

হিলৈৰ শব্দৰ লগে লগে আৰম্ভ হ'ল আহত হাতী, ঘোৰা উট আৰু মানুহৰ যন্ত্ৰণা কাতৰ আৰ্তনাদ। উত্তৰ আৰু দক্ষিণ দুইফালে, মাটি-পানী সকলোতে একে সময়ত মোগলে আক্ৰমণ কৰিলে। উত্তৰত চামধৰা কোঁঠত, দক্ষিণত পোতাকলং আৰু শিমলুগড়ত আৰু মাজৰ লুইতত অসমীয়া অশ্বাৰোহী, পদাতিক আৰু নৌ সৈন্যই প্ৰচণ্ড বিক্ৰমেৰে প্ৰত্যুত্তৰ দিলে। হাতী ঘোঁৰা আৰু সৈন্যৰ মৃতদেহেৰে সকলো ঠাই উপচি পৰিল। দক্ষিণৰ ধাননি পথাৰবিলাক তেজেৰে ডোঙা বান্ধিলে। লুইতৰ পানী মানুহৰ তেজেৰে ৰাঙলী হৈ পৰিল।

সন্ধ্যা হোৱাৰ লগে লগে মোগল সৈন্য নিতাল মাৰিলে। ৰাতিৰ আন্ধাৰত নতুন সৈন্য আৰু গোলাবাৰুদ সৰবৰাহৰ খৰতকীয়া ব্যৱস্থা কৰা হ'ল। আগবাঢ়ি অহা দুইপক্ষৰ সৈন্য নিজৰ নিজৰ ঠাইত খোপনি পুতি বৈ গ'ল।

মোগল শিবিৰৰ তামিঘৰাৰ ভিতৰত আকৌ এবাৰ নবাব মীৰজুমলাৰ নিস্তেজ মাত শুনা গ'ল— "দিলীৰখা!"

"আমাৰ সৈন্যই একো কৰিব পৰা নাই নবাব চাহাব!" হতাশভাৱে দিলীৰখাঁই ক'লে,—"আগবাঢ়ি যাবলৈ আপ্ৰাণ চেষ্টা কৰে কিন্তু—"

"কেইবা ফালৰপৰা আক্ৰমণ কৰাটো বোধকৰো আমাৰ ভুল হৈছে দিলীৰখাঁ!" মীৰজুমলাই ক'লে,—"কালিলৈ অন্যফালে যুঁজ বন্ধ কৰি মাত্ৰ শিমলুগড়ত—"



"অন্যফালে নহয় নবাব চাহাব!" দিলীৰখাঁই ক'লে,— "গড়ৰ ভিতৰত থকাৰ বাবেহে শত্ৰুৰ বিশেষ হানি আমি কৰিব পৰা নাই। মোৰ সন্দেহ হৈছে ভিতৰলৈ সোমোৱাৰ গোপন বাটৰ সন্ধেদ যদি পোৱা নাযায়—"

"গোপন বাট?"

"মোৰ ধাৰণা, গড়ৰ কোনোবা এটা দুৰ্বল অংশ আছে। সেই পোনে হিলদল ভাঙি সৈন্য নমাব পাৰিলেহে কাম হ'ব। কাইলৈ মই তাৰ চেষ্টা কৰি চাব খুজিছো নবাব চাহাব!"

ৰছিদখাঁই আহি কুর্নিচ কৰিলে। ক্ষতবিক্ষত দেহেৰে যুদ্ধক্ষেত্ৰৰপৰা বাহিৰে বাহিৰে অহা ৰছিদখাঁৰ মুখলৈ থৰ লাগি এক মুহূৰ্ত চাই থাকি মীৰজুমলাই সুধিলে,—"খবৰ কি ৰছিদখাঁ!"

"পোতাকলঙৰ কোঁঠত আমাৰ সৈন্যই বৰ বেছি সুবিধা কৰিব পৰা নাই নবাব চাহাব!"

মীৰজুমলাৰ মুখখন বিৰক্তি আৰু অসন্তুষ্টিৰে ভৰি উঠা দেখি লৰালৰিকৈ ৰছিদখাঁই ক'লে,—"মই কিন্তু হতাশ হোৱা নাই নবাব চাহাব! কাইলৈৰ যুঁজত যি কোনো প্ৰকাৰে আমি কোঁঠ অধিকাৰ কৰিমেই।" মীৰজুমলাৰ মুখত কথাৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰিলে ৰছিদখাঁই আৰু গোপন কথা কোৱাৰ সুৰত ক'লে,— "অসমীয়া সৈন্যৰ লগত ভিতৰি ভিতৰি মিতিৰালি কৰাৰ ব্যৱস্থা কৰি আছো মই—"

"চাবা সিহঁতে—"

"মই সাৱধানেৰেই আগুৱাইছো নবাব চাহাব? বৰশীত ভালটোপ গাঁঠি দিছো—অসমীয়াৰ মীৰ-ঈ-আটিচ অৰ্থাৎ বৰফুকনে টোপ গিলিব খুজিছেই—"

“বৰফুকন ??” মীৰজুমলা এইবাৰ উদগ্ৰীৱ হৈ উঠিল।

“হয় নবাব চাহাব! বৰফুকনৰ লগৰীয়া ভোটাই নামৰ এজন জমিদাৰক মই হাত কৰিছো। দুইজনৰ ওপৰত অসমৰ ৰজা অসন্তুষ্ট।”

“কিন্তু—” মীৰজুমলাই কিবা এটা ক'ব খুজিছিল কিন্তু ৰছিদখাঁই নিজেই কৈ গ'ল—“মই গোপনে বৰফুকনক কোৱাইছো যদি আমাক পোতাকলঙৰ কোঠ অধিকাৰ কৰাত সহায় কৰে, মানাহৰ মুখৰপৰা কলিয়াবৰলৈ গোটেই অঞ্চলৰ ওপৰত তেওঁক নবাব পতা হ'ব—”

মীৰজুমলাৰ নিস্প্ৰভ চকুত আশাৰ বেঙণিয়ে চিকমিকালে। তেওঁ সুধিলে,—“তেওঁৰপৰা কিবা খবৰ—”

“আজি ৰাতিৰ ভিতৰতে দিয়াৰ কথা নবাব চাহাব! সকলো ব্যৱস্থা মই কৰি আহিছো। পোতাকলঙৰ কোঁঠলৈ সোমোৱাৰ গোপন পথ সিহঁতে দেখুৱাই দিলে কাইলৈ আমি কলিয়াবৰলৈকে গোটেই অঞ্চলটো দখল কৰিব পাৰিম।”

মহম্মদ আমীন আহি কুৰ্নিচ কৰি থিয় হ'ল। দিলীৰখাঁক ফুচফুচাই ক'লে,—“মই বন্দী সৈন্য এটাক হাত কৰিছো খাঁ চাহাব!”

“বন্দী সৈন্য ??” দিলীৰখাঁৰ লগতে শহাকণীয়া মীৰজুমলাও উৎসুক হৈ উঠিল।

“হয় আব্বাজান! মানাহৰ মুখত আমাক বাধা দিব খোজোতে কেইবাটাও শত্ৰু সৈন্যক আমি বন্দী কৰিছিলো। সিহঁতক আমাৰ খিদমৎগাৰ হিচাবে কাম কৰাই আছো। তাৰে এটাক ফুচুলাই সোধাত কৈছে, শিমলুগড় অৱৰোধ কৰাৰ এটা গোপন পথ আছে। তাৰ কথা যদি আমি বিশ্বাস কৰো, সি আমাৰ সৈন্যক এনে এটুকুৰা ঠাইলৈ লৈ যাব—”



“কিন্তু সি যদি বিশ্বাসঘাতক হয় ?” মীৰজুমলাই দিলীৰখাঁৰ মুখলৈ চাই সুধিলে। দিলীৰখাঁই কেইটামান মুহূৰ্ত নিমাতে থাকি চিন্তা কৰিলে আৰু ক'লে,—

“নিজৰ পক্ষৰ গোপন পথ দেখুৱাই দিয়াত বিশ্বাস অবিশ্বাসৰ কি কাৰণ আছে নবাব চাহাব?” হঠাৎ দিলীৰখাঁই যেন মন ডাঠ কৰিলে আৰু দৃঢ়ভাৱে ক'লে,—“হয় যদিও হওক, কাইলৈ আমাৰ সকলো কৌশল খটুৱাই প্ৰাণ-পণে যুঁজ কৰিম। হয় জয়, নহয়—” পৰাজয় শব্দটো উচ্চাৰণ কৰিবলৈ একোপধ্যে সত নগ'ল দিলীৰখাঁৰ। মীৰজুমলাই ক'লে,—

“তাৰবাবে আমাৰ সমস্ত সৈন্যদল যিকোনো পৰিস্থিতিৰ বাবে সষ্টম কৰি ৰখোৱা উচিত হ'ব।”

“নিশ্চয় নবাব চাহাব! মই ভাবিছো, আজিৰ দৰে কাইলৈও একে সময়তে জল, স্থল উভয়তে তিনিওটা কোঁঠ আমি আক্ৰমণ কৰিম।”

“কিন্তু—”

“মোৰ ওপৰত ভৰসা ৰাখক নবাব চাহাব!” দিলীৰখাঁই অনুৰোধ কৰাৰ সুৰত ক'লে,—“আমাৰ সকলো সৈন্য পাছত সাজু কৰি থৈ বছা বছা কিছু সৈন্য লৈ হাতীৰে মই আগুৱাই যাম। প্ৰথমে এনেভাৱ দেখুওৱা হ'ব যেন সন্ধিৰ প্ৰস্তাব দিবৰ বাবেই তেনে কৰা হৈছে। বন্দী সৈন্যটোৰ পাছে পাছে গৈ গড়খাৱৈ পাৰ হোৱাৰ লগে লগে একে সময়ত আমাৰ সকলো সৈন্য শত্ৰুৰ ওপৰত জপিয়াই পৰিব।

মীৰজুমলাই দিলীৰখাঁৰ মুখলৈ মাত্ৰ চাই থাকিল।

সেই একেসময়তে। শিমলুগড়ৰ দুৰ্গৰ ভিতৰত অসমীয়া সৈন্যৰ দুই সেনাপতি বুঢ়া গোহাঁই আৰু চেতিয়া ফুকন নিৰৱে বহি

আছিল। দুয়োৰে মুখত গভীৰ দুশ্চিন্তাৰ চাপ। একাষত সেনাপতি ঘোঁৰাকোঁৱৰ বৰুৱা থিয় হৈ আছে। কথা ক'বলৈও যেন তেওঁ সাহস কৰা নাই।

দুদিন হ'ল উজনিৰ পৰা আহিব লগা বছদ-পাতি আৰু খাৰ-বাৰুদ আহি পোৱা নাই। চামধৰা কোঁঠৰ সেনাপতি বৰ গোহাঁইলৈ বতৰা দিয়া হৈছিল। কিন্তু তেওঁ কৈ পঠাইছে "যি আছে হেনো তেওঁলৈকে নাটে।"

"মিছা কথা।" বুঢ়া গোহাঁই ডাঙৰীয়াই শুনাৰ লগে লগে ক'লে। "পূব ফালৰ গোটেই অঞ্চল তেওঁৰ বিপদমুক্ত। যি কোনো সময়ত দক্ষিণ পাৰেৰে বছদ-পাতিৰ যোগান ধৰিব পাৰে। নাটনি হোৱাৰ কাৰণ কি?"

ঘোঁৰাকোঁৱৰৰ মুখলৈ চাই আদেশ দিলে বুঢ়া গোহাঁইয়ে,— "এই মুহূৰ্ততে তুমি নিজে চামধৰা কোঁঠলৈ যোৱা। মোৰ পত্ৰ দি ক'বা এটা দিনৰ বছদ বৰ গোহাঁইৰ ভাগৰপৰা আমাক দিবই লাগিব। আমাৰ বছদ আহি পালেই তেওঁৰ ধাৰ মাৰিব। আৰু ক'বা—উত্তৰ পাৰেৰে বছদ-পাতি অনাৰ ব্যৱস্থা আজি ৰাতিৰ ভিতৰতে যেন কৰা হয়—"

ঘোঁৰাকোঁৱৰে সন্মতি জনাই লৰালৰিকৈ আঁতৰি গ'ল।

মাজৰাতিৰ জাৰজাক বুকুত সাৱটি নিশ্চুপ হৈ পৰি আছিল পৃথিৱীখন। দিনটোৰ অন্তহীন দুষ্টামিৰ পিছত এটা যেন দুৰন্ত কিশোৰ লালকল টোপনিত।

একমাত্ৰ বিশাল ব্ৰহ্মপুত্ৰখনে বৈ বৈ জীয়াই থকাৰ জাননী দিছিল। পুহমহীয়া জাৰত ঠক্-ঠক্ কৰে যেন কঁপিছে ব্ৰহ্মপুত্ৰখন। একোটা বিশেষ সময়ৰ মূৰে মূৰে হঠাৎ খিল খিল কৰি হাঁহি উঠে।



প্ৰচণ্ড এটা হাঁহি বহুত সময় জোৰ কৰি মুখৰ ভিতৰত যেন ৰখাই থোৱাৰ চেষ্টা কৰি আছে, পৰা নাই।

বাৰিষাৰ সেই প্ৰচণ্ড বিক্ৰম নাই আজিৰ এই নদীখনত। কেইদিনমানৰ আগত অবোধ আৰু অবাধ্য নদীখনে এতিয়া শান্ত শিষ্ট হোৱাৰ ভাও জুৰিছে। বনৰীয়া হাতীৰ দৰে থৰ হৈ বৈ যেন বিচাৰিছে খেদি যোৱাৰ সুযোগ আৰু সুবিধা! দুদিনমান এনেদৰে একো নজনাৰ ভাও জুৰি পৰি থাকি হঠাৎ এদিন হিংস্ৰ জন্তুৰ দৰে হৈ উঠিব—উদ্দাম আৰু উদণ্ড।

পাহাৰটোৰ পোনে পোনেই ইটো পাৰত মোগল সৈন্যৰ ছাউনি। সৰু ডাঙৰ অসংখ্য তামিঘৰাই আন্ধাৰত এজাক হাতীয়ে ওপৰলৈ শুৰ দাঙি থিয় হৈহে আছে যেন। প্ৰত্যেকটোৰ আগে আগে অস্ত্ৰে শস্ত্ৰে সুসজ্জিত পহৰাদাৰ সৈন্য।

হঠাৎ বিপদৰ সঙ্কেত দি জোৰেৰে নহবৎ বাজি উঠিল। এন্ধাৰৰ আঁৰ লৈ আগুৱাই আহি থকা কেইবাজনো মানুহ আহি আহি সকলোতকৈ ডাঙৰ আৰু শুৱনী তামিঘৰাটোৰ ভিতৰ সোমাল। তেজৰঙা মখমল কাপোৰেৰে ঢকা ভেৰাৰ নোমৰ দলিচা পাৰ হৈ নিৰ্দিষ্ট আসনৰ ফালে আগবাঢ়ি যোৱাৰ লগে লগে ভিতৰৰপৰা ওলাই আহিল মোগল সেনাপতি পাঁচহাজাৰী মনচবদাৰ ৰছিদখাঁ।

কুৰ্নিচ কৰি থিয় হোৱা মোগল বিষয়া দুজনৰ ফালে চাই ৰছিদখাঁই অভ্যাগতজনৰ মুখৰ ওপৰত চকু থ'লে। মুগাৰ থোৰ মাৰি পিন্ধা চুৰিয়া, গুণাৰে বনকৰা চাপকন আৰু কুহুম-বুলীয়া পাতৰ পাগুৰীৰে সম্ভ্ৰান্ত লোকজন হ'ল ভোটাই ডেকা। অবাক হৈ কেইটা-মান মুহূৰ্ত চাই থাকি হঠাৎ মনত পৰাৰ দৰে ৰছিদখাঁই তেওঁক ক'লে,—

"আপোনালোকৰ কথা নবাব বাহাদুৰৰ আগত মই কৈছো। তেখেত বৰ খুচী হৈছে—"

ভোটাই ডেকা গম্ভীৰ হৈয়ে থাকিল । ক'লে,—"বৰফুকন ডাঙৰীয়াই নবাব চাহাবলৈ আমাৰ হাতত উপঢৌকন দি পঠাইছে—" বছিদখাঁৰ প্ৰফুল্লিত হৈ পৰা মুখলৈ চাই ভোটাই ডেকাই পুনৰ ক'লে,—"মাজুমখাঁ নবাবলৈ আমি আনিছো হাতীদাঁত, কস্তুৰী, কলীয়া চামৰ, গড়ৰ খড়্গ, সোণেৰে মলমা কৰা কটাৰী, ফুলাম বৰকাপোৰ—"

"বাঃ বাঃ বাঃ" বছিদখাঁই উচ্চস্বৰে আনন্দ-ধ্বনি কৰি উঠিল আৰু সুধিলে,—"আৰু মোৰ বাবে ? মোৰ বাবে কি আনিছে দোস্ত্ ? ডঙুৰা বছিদখাঁলৈ যদি অসমৰ এজনী খুবচুৰত—" বাক্যটো শেষ নকৰাকৈয়ে বৈ গ'ল বছিদখাঁ । নিজক বৰ কষ্টেৰে সংযত কৰি লৰালৰিকৈ ক'লে,—"আমি এতিয়া বাৰু আচল কথালৈ আহো । পোতাকলঙৰ কোঁঠ অৱৰোধ কৰাৰ গোপন পথ—"

"মোৰ লগত অহা মানুহে আপোনালোকক দেখুৱাই দিব ।" ভোটাই ডেকাই ক'লে,—

"চাব্বাচ বন্ধু !" বছদিখাঁ যেন উত্রাৱল হৈ পৰিল—"আমি তেন্তে সোনকালে তাৰ ব্যৱস্থা কৰো । সোনকালে—"

মনচবদাৰ ফিৰোজখাঁ সোমাই আহিল । দেখাৰ লগে লগে বছিদখাঁই তেওঁক একাষৰীয়াকে মাতি নি ক'লে,—"ইস্মাইলখাঁক কোৱা ফিৰোজ, ৰাতিৰ ভিতৰতে পোতাকলঙৰ কোঁঠ আক্ৰমণ কৰক । বৰফুকনে পঠোৱা মানুহ তেওঁৰ লগত যাব—"

ফিৰোজখাঁই মূৰ জোকাৰি সম্মতি জনালে আৰু বছিদখাঁৰ উত্তেজনা ঢাকিবলৈ ফুটাই ক'লে,—"তাৰ আগতেই আমাৰ সন্মানিত মেহমানক আমি—"

"সঁচাকৈয়ে ফিৰোজখাঁ ! মই একেবাৰে পাহৰি গৈছো—" বছিদখাঁ ব্যস্ত হৈ পৰিল—"সোনকালে খানা-পিনাৰ আয়োজন কৰা—"



"অসংখ্য ধন্যবাদ বন্ধুসকল !" ভোটাই ডেকাই ক'লে,—"আপোনালোকৰ আতিথ্যত মই বৰ সন্তুষ্ট হৈছো । খানা-পিনাৰ প্ৰয়োজন নাই—"

হিন্দু বিষয়াৰ লগত কাম কৰাৰ অভিজ্ঞতা থকা ফিৰোজখাঁৰ হঠাৎ মনত পৰিল গোড়া হিন্দু বিষয়াজনে তেওঁলোকৰ শিবিৰত খানা-পিনা নকৰিব । ফুচফুচাই কথাটো কোৱাৰ লগে লগে বছিদখাঁই উৎকণ্ঠাৰে ক'লে,—"তেন্তে ফলমূল ? আমাৰ লগত অনা আপেল, আঙুৰ, পেস্তা, বাদাম—আখৰোট—"

ফিৰোজখাঁই প্ৰত্যেকটো শব্দৰ পাছে পাছে মূৰ ল'ৰালে ।

"তেন্তে গাখীৰ আৰু মাখন ?"

"ওহো । তেওঁলোকে আমাৰ ধৰ্মৰ মানুহে চুৱা কোনো বস্তু নাখায়, আনকি পানীও—"

বছিদখাঁ যেন বিমোৰত পৰিল । এতিয়াও তেওঁৰ কাৰ্য্যসিদ্ধি হোৱা নাই । হাতৰপৰা সুবৰ্ণ সুযোগ হেৰাই যোৱাৰ ভয় তেওঁৰ চকুৰে-মুখে ফুটি উঠিল । কেইটামান মুহূৰ্তৰ ভিতৰতেই কিবা যেন উপায় বিচাৰিলে । শেষত ফিৰোজখাঁৰ লগত গোপনে আলচ কৰি হাঁহি হাঁহি ভোটাই ডেকাক ক'লে,—"বেগম গুলছন আৱাই নিজ হাতে মেহমানক খাদ্য আৰু পানীয় পৰিবেশন কৰিব ! আশা কৰো—"

ভোটাই ডেকাই কিবা ক'বলৈ পোৱাৰ আগতেই বছিদখাঁ ভিতৰ তুৱাৰমুখৰ পৰ্দা ঠেলি সোমাই গ'ল ।

অলপ পিছত । ঘুঙুৰুৰ মিহি শব্দ হ'ল । বছিদখাঁৰ লগে লগে গুলছন আৱা বেগম তুৱাৰমুখ পালেহি । মখমলৰ গাঢ়নীলা ছেলোৱাৰ আৰু পায়জামা । মূৰৰ ওপৰত সোণালী গুণাৰে মিনা কৰা টুপি । মুখৰ ওপৰত আঁৰি থোৱা পাতল ৰেছমি ওৰণাৰ ফাঁকেৰে দেখা গৈছে গোলাপৰ পাপৰি যেন নিমজ আৰু মঙহাল

গাল মুখ। ভৰিত ইৰাণী চামৰাৰ পাদুকা। আঁতৰৰ সেই মন মতলীয়া কৰা অদ্ভুত সুৰভি গন্ধটোৱে উপচি পৰিল তামিঘৰাৰ ভিতৰখন।

এখোজ দুখোজকৈ আগবাঢ়ি আহি হঠাৎ ৰৈ গ'ল গুলছন আৰা। ঠক-ঠক কৰি যেন কঁপিছে ভয়ত। হঠাৎ কাষে কাষে অহা বেটীকেইজনীৰ এজনীৰ গাত থাপ মাৰি ধৰি পেলাব খুজিলে। কিন্তু তাৰ আগতেই মজিয়াৰ দলিচাৰ ওপৰত অচেতন হৈ বাগৰি পৰিল। কি হৈছে ধৰিব নোৱাৰি সকলো বিমূঢ় হৈ পৰিল। লৰালৰিকৈ কাষ চাপি গ'ল বছিদখাঁ আৰু বেটীকেইজনী। পাতল ওৰণা আঁতৰি যোৱাত মুখখন ওলাই পৰিছে গুলছন আৰা বেগমৰ।

হঠাৎ চকু পৰি শিয়ৰি উঠিল ভোটাই ডেকা। পৃথিৱীখন লগে লগে ফাটি যেন চৌচিৰ হৈ যাব খুজিলে। গুলছন আৰা বেগম নহয় চকুৰ আগত যেন পৰি আছে আজন্ম পৰিচিত এজনী ছোৱালী। মৃত্যুৰ দেশৰ পৰা উঠি আহি তাই যেন নতুনকৈ জন্ম লৈছে বছিদখাঁৰ হেৰেমত।

মাত্ৰ কেইটামান মুহূৰ্ত। গুলছন আৰাই সম্বিত ঘূৰাই পালে। প্ৰথমেই চকু থলে একাষত থিয় হৈ ৰৈ থকা ভোটাই ডেকাৰ মুখৰ ওপৰত। দেখাৰ লগে লগে এক অদ্ভুত ঘৃণা আৰু বিদ্ৰূপ মিহলি হাঁহিৰে উপচি পৰিল মুখমণ্ডল।

মাত্ৰ এটা শব্দ ওঁঠৰ আগলৈ আহিল ভোটাই ডেকাৰ। শুনা নুশুনাকৈ উচ্চাৰণ কৰিলে—"লাহৰী!"

উদ্ধৱ ফকীৰে প্ৰায়েই সেইদিনাৰ সেই কথা কৈছিল। শুক্ৰেশ্বৰ পূজাৰীৰ জীয়েক কেনেকৈ বছিদখাঁৰ হেৰেমৰ গুলছন আৰা বেগম হ'ল,—সেই কথা।



কলঙৰ পানীত পৰিয়েই লাহৰীৰ জীৱন কাহিনী শেষ হ'ব লাগিছিল, কিন্তু নহ'ল। 'কলঙৰ পানীয়েও তাইৰ সেই পাপ দেহ গ্ৰহণ নকৰিলে।' উটুৱাই নি মোগল সৈন্যৰ ছাউনিৰ কাষত এৰি থৈ গ'ল। পানী খুঁৰলিত অচেতন হৈ পৰি থকা পাই সৈন্যকেইটামানে নি ফিৰোজখাঁক ভেটিলেগৈ। হৰিণীৰ কোমল মাংস খোৱাৰ লোভত মনচৰদাৰ বছিদখাঁৰ জিভাৰ পানী টপ্ টপ্ কৰে পৰিবলৈ ধৰিলে।

ফিৰোজখাঁ ওলাই যোৱাৰ লগে লগে মোগল সৈন্যৰ এটা দল সেইদিনা পোতাকলঙৰ কোঁঠৰ ফালে আগুৱাই গৈছিল। অসমীয়া সৈন্যই তৎ ধৰিব পৰাৰ আগতেই কোঁঠৰ বাহিৰ আৰু ভিতৰৰ একমাত্ৰ সংযোগ পথটো সিহঁতে বন্ধ কৰি দিলে। লগে লগে কোঁঠৰ ভিতৰত থকা সৈন্যৰ মাজত হাহাকাৰ লাগিল। লেচাম হাতীবৰুৱাৰ অধীনত মৰো-জীও-সোঁ-আধিকৈ সিহঁতে যুঁজিবলৈ ধৰিলে। কিন্তু খাৰ-বাৰুদ আৰু খাদ্য টুটি অহাৰ বাবে ক্ৰমাৎ সিহঁতৰ মনোবাল ভাগি গ'ল। এসময়ত বছিদখাঁৰ সৈন্য পোতা-কলঙৰ কোঁঠৰ ভিতৰ সোমাল। তিনি দিন তিনি ৰাতি প্ৰচণ্ড বিক্ৰমেৰে যুঁজি সেনাপতিৰ লগতে অসংখ্য সেন্যই মৃত্যু বৰণ কৰিলে।

মোগল শিবিৰত প্ৰচণ্ড উল্লাসেৰে সেই দিনা আনন্দ উৎসৱৰ আয়োজন হ'ল। শেহ ৰাতিলৈকে চলিল নাচ গানৰ মজলিচ। চৰাবৰ ৰাগীত উন্মত্ত হৈ পৰা বছিদখাঁই শিবিৰ আহি পোৱা ভোটাই ডেকাক খাচ্ কামৰালৈ মাতি নি দোৰোল নোখোৱা জিভাৰে কোনোমতে ক'লে,—

"তোমালোকৰ এই মজিৰ বাবে লাখো লাখো চালাম মেৰে ইয়াৰ। লাখো লাখো ছুক্ৰিয়া—"

"তাৰ বাবে তুমি মোক কি দিবা ?" গম্ভীৰ হৈ থকা ভোটাই ডেকাই যেন দাবী জনাই সুধিলে। তেওঁৰ মুখত আনন্দৰ পৰিবৰ্তে দুৰ্ভাৱনাৰ চাপ।

"বক্‌ছিছ ?" ৰছিদখাঁই সুধিলে আৰু ক'লে,—"আলবৎ বক্‌ছিছ দুংগা দোস্ত্‌! পাটছাহক কৈ মই তোমাক পাঁচহাজাৰী মনচবদাৰ—"

"তোমালোকৰ মনচবদাৰী নালাগে মোক ৰছিদখাঁ! ভোটাই ডেকাই পাটছাহৰ গোলামী নকৰে।—"

"তেন্তে তোমাক কি লাগে ? নবাবক কোৱা হীৰা-চুণী পান্না যি লাগে—"

"যি লাগে তোমালোকে মোক তাকে দিবা ?"

"আলবৎ দিম দোস্ত! কোৱা তোমাক কি লাগে ?"

"কছম?" অবিশ্বাস কৰাৰ সুৰেৰে উচ্চাৰণ কৰিলে ভোটাই ডেকাই।

"তুমি মোক বিশ্বাস কৰিবপৰা নাই কিয় দোস্ত্‌ ?" ৰছিদখাঁ অলপ বিৰক্ত হৈ উঠিল আৰু কছম খাই সুধিলে,— "কোৱা তোমাক কি লাগে ?"

"মোক কি লাগে জানা ?" ভোটাই ডেকাই ক'লে,— "তোমাৰ বেগম গুলছন আৰা--"

"খামোছ—" ভালুকৰ দৰে হোক্‌-হোকাই উঠিল ৰছিদখাঁ। চকুহাল জোৰ কৰি ডাঙৰ ডাঙৰকৈ মেলিব খুজি টলি টলি থিয় হ'ল আৰু ভোটাই ডেকাৰ মুখৰ আগলৈ আহি থিয় হৈ সুধিলে,— "কি লাগে ? আকৌ এবাৰ কোৱা—"

ভোটাই ডেকা যিকোনো পৰিস্থিতিৰ বাবে প্ৰস্তুত হোৱাৰ ভঙ্গীৰে থিয় হৈ উদ্ধতভাৱে ক'লে,—"বেগম গুলছন আৰা—"

লগে লগে এক প্ৰচণ্ড লাঠি মাৰিলে ৰছিদখাঁই। সষ্টম হৈ ৰৈ থকা ভোটাই ডেকা পলকতে আঁতৰি গ'ল আৰু দুই হাতেৰে বজ্ৰমুঠি হানিলে ৰছিদখাঁৰ মুখত। চম্ভালিব নোৱাৰি মজিয়াৰ দলিচাৰ ওপৰত অচেতন হৈ বাগৰি পৰিল ৰছিদখাঁ।



লৰালৰিকৈ খাচ কামৰাৰপৰা ওলাই আহিব খুজি ভোটাই ডেকাই দেখিলে বাট ভেটি থিয় হৈ আছে গুলছন আৰা বেগম। দুই চকুৰ পৰা ছিটিকি পৰিছে জুইৰ ফিৰিঙতি। তিৰস্কাৰ কৰি কৰি যেন কৈছে—জন্মভূমিক শত্ৰুৰ হাতত তুলি দিয়াৰ দৰে এনে নীচ কাম তোমালোকে কৰিলা কিয় ? কিহৰ লোভত ? তাৰ বাবে তোমালোকক ক্ষমা কৰিব কোনে ?

ভোটাই ডেকাই কিবা এটা ক'ব খুজিছিল কিন্তু গুলছন আৰা বেগমে প্ৰচণ্ড ঘৃণা আৰু বিদ্ৰূপ মিহলি কণ্ঠেৰে হুকুম দিলে,— "যদি জীয়াই থকাৰ ইচ্ছা আছে এই মুহূৰ্তে মোগল শিবিৰৰ পৰা ওলাই যোৱা। নহ'লে—"

গুলছন আৰা বেগমৰ চকুৰ পৰা ওলোৱা জুইৰ প্ৰচণ্ড উত্তাপ সহ্য কৰিব নোৱাৰি লৰালৰিকৈ পলাই গ'ল ভোটাই ডেকা।

পিছদিনা পুৱা, বলিয়া হাতীৰ দৰে ক্ষিপ্ত হৈ উঠিল ৰছিদখাঁ। ভোটাই ডেকাক বিচাৰি চাৰিওফালে মেলি দিলে ৰাং-কুকুৰৰ দল। সিহঁতে এফালৰ পৰা গাওঁ-ভূঁই উজাৰ কৰি গ'ল। ধৰ্ষিতা নাৰীৰ আৰ্তনাদেৰে গগণ বিদীৰ্ণ হ'ল। কলঙৰ কাষে কাষে থকা গাওঁ-বিলাক দিনটোৰ ভিতৰতে মৰিশালিৰ দৰে নিৰ্জন আৰু নিমাওমাও হৈ পৰিল।

ভোটাই ডেকাক কিন্তু ক'তো বিচাৰি নাপালে। ৰাতিৰ ভিতৰতে ঘৰ এৰি কছাৰী ৰাজ্যলৈ পলাই গ'ল ভোটাই ডেকা। লগত গ'ল আঘোণা কছাৰী, অপেশ্বৰী আৰু বাপুকণ।

লাহৰী নিৰুদ্দেশ হোৱাৰ দিনা হিয়া ঢাকুৰি কন্দা বাপুকণক সাৱটি ধৰি অপেশ্বৰীয়ে কৈছিল,—"তই মোক লাহৰী বুলিয়েই

ভাৰ বাপুকণ ! আজিৰ পৰা মৱেই তোৰ বাইদেৱেৰ । মাৰ ।” সেইদিন ধৰি বাপুকণ আছে অপেশ্বৰীৰ লগত ।

সৰগ পৰা মানুহৰ দৰে শুক্ৰেশ্বৰ পূজাৰী সেইদিনা থৰ হৈ গৈছিল । এটা শব্দও নক’লে । দুদিন দুৰাতি দেৱালয়ৰ দুৱাৰ মাৰি সোমাই থাকিল । তৃতীয় দিনা যেতিয়া দেৱালয়ৰ ভিতৰৰ পৰা বাহিৰ ওলাই আহিল, অঞ্চলৰ সকলোৰে গম পালে শুক্ৰেশ্বৰ পূজাৰীৰ মূৰৰ বিকৃতি ঘটিল । বিৰবিৰকৈ অনবৰত কাবোবাক কিবা কয় । মাজৰাতি কলংঘাটত অকলশৰে বহি থাকে । হঠাৎ কেনোবা এসময়ত ‘লাহৰী অ’ বুলি চিঞৰি উঠে । চিঞৰি চিঞৰি কয়—“তই উভতি আহ লাহৰী ! উভতি আহ ! মই কাকো ক্ষমা নকৰো—মহেশ্বৰকো, অনন্ত খনিকৰকো । কোনে মোক জুয়ে পানীয়ে নিষেধ কৰি এঘৰীয়া কৰে চাও—তই উভতি আহ—” তাৰ পিছত হুৰাওৰাৰে কান্দিবলৈ আৰম্ভ কৰে । দেৱালয়লৈ উভতি আহি সোণৰ লাড়ুৰা গোপাল, শিলৰ শালগ্ৰাম আৰু শিৱলিঙ্গ মূৰ্তিকেইটা দলিয়াই পেলাই আকৌ এবাৰ চিঞৰি উঠে—“ইমান দিনে ইয়ালৈকে তহঁতক মই পূজা কৰিছিলো ? শেষত ইয়াকে কৰিলিহঁত ?”

মাজে মাজে ভালহৈ যায় শুক্ৰেশ্বৰ পূজাৰী । ভাল মানুহৰ দৰে পুনৰ কথা কয় । পেলাই দিয়া মূৰ্তিকেইটা বুটলি আনি পুনৰ ভক্তিভৰে পূজা আৰম্ভ কৰে । কিন্তু সময়ে-অসময়ে শঙ্খ ঘণ্টা বাজি উঠে দেৱালয়ত । মানুহে কোৱাকুই কৰে—গোঁসানীয়ে দায় ধৰিলে শুক্ৰেশ্বৰ ভটাচাৰ্য্যৰ । পাপ লুকুৱাই থোৱাৰ কাৰণে । দেৱালয়ৰ মূৰ্তিক পাপ হাতেৰে পূজা কৰাৰ কাৰণে ।

সেই দিনাও শুক্ৰেশ্বৰ পূজাৰীয়ে ব্ৰহ্মপুৰাতে ঢাৰি পাটি এৰি তেলীয়া ডোঙাত গা ধুইছিল । ঘণ্টা আৰু শঙ্খৰ ধ্বনিৰে পাষাণ ভগৱানক জাগ্ৰত কৰাৰ চেষ্টা কৰি কৰি কৈছিল—“শুই থাকিলেই হ’ব নেকি ? উঠা ! একো নকৈ সকলো তুমি চাই থাকা কিয় ? আমাক উদ্ধাৰ কৰা—”

দেৱালয়ৰ আগচোতালত এজাক মানুহৰ কিৰীলি শুনি অবাক বিস্ময়েৰে শুক্ৰেশ্বৰ পূজাৰীয়ে বাহিৰলৈ চালে । এজাক উন্মত্ত মানুহ দৌৰি আহিছে দেৱালয়লৈ ! অদ্ভুত সিহঁতৰ সাজপাৰ । থুতৰিত চুটি দীঘল গোঁফ । হাতত খোলা তৰোৱাল । সিহঁতেও চালে শুক্ৰেশ্বৰ পূজাৰীলৈ । গাত মাত্ৰ এখন কপাহী চুৰিয়া । কান্ধত ভমকাফুলীয়া গামোছা । টিকনিত বন্ধা আছে তুলসীৰ পাত আৰু জবাফুলৰ পাহী ।

আগবাঢ়ি অহা মোগল সৈন্যৰ দলটোক বাধা দি ক’লে—আধা-পাগল শুক্ৰেশ্বৰ পূজাৰীয়ে—“নাহিবি, নাহিবি, দেৱালয়ৰ ভিতৰত নোসোমাবি, দেৱতাই দোষ ধৰিব, ধ্বংস হ’বিহঁত ! কি ? কথা নুশুন ? বামুণৰ মুখৰপৰা জুই ওলায় বুলি নাজান ? শাপি ভস্ম কৰিম তহঁতক মই—মই শুক্ৰেশ্বৰ ভাটাচাৰ্য্য, দেৱৰগ্ৰামৰ ৰজাদোলৰ পূজাৰীৰ বংশধৰ—সাৱধান—”

“এইদা আবাৰ কি জন্তুৰে বাবা ?” হঠাৎ সৈন্যজাকৰ মাজৰ পৰা কোনোবা এটাই ক’লে আৰু কিৰীলি পাৰি গোটেই মথাই হাঁহিবলৈ ধৰিলে । এফালৰ পৰা উজাৰ কৰি অনা দেশখনৰ এই ডোখৰ ঠাইত আহি নিশ্চিন্ত মনে পূজা কৰি থকা মানুহ এটা লগ পাই সিহঁত যেন আচৰিত হ’ল । আমোদ কৰাৰ ছলেৰে হাঁহি হাঁহি এটাই ক’লে,—“তোৰ পৈতেদা আমায় দে বাবা ! তুই থাক আমি পূজা কৰি—”

বেগেৰে দেৱালয়ৰ ভিতৰ সোমাই গ’ল সৈন্যটো । পাছে পাছে আৰু কেইটামান । আধা পাগল শুক্ৰেশ্বৰ ভটাচাৰ্য্যই শাসন কৰাৰ সুৰত ধমক দি উঠিল—“হুচুবি হুচুবি—মোৰ জাত যাব—মোৰ ধৰ্ম—”

সোণৰ লাড়ুৰা গোপালৰ মূৰ্তিটো সাবটি ধৰিব খোজা শুক্ৰেশ্বৰ ভটাচাৰ্য্যক চোচোৰাই বাহিৰলৈ উলিয়াই আনিলে সৈন্যকেইটাই।

"ওৰে এদা সোণাৰৰে—" সোণৰ মূৰ্তিটো দেখি চিঞৰি উঠিল সৈন্যটোৰে—"লগে লগে শুক্ৰেশ্বৰ ভটাচাৰ্য্যৰ ওপৰত সি জপিয়াই পৰিল। মূৰ্তিটো জোৰ কৰি কাঢ়ি লৈ তাৰেই মুখৰ ওপৰত এটা খুন্দা মৰিলে শুক্ৰেশ্বৰ পূজাৰীক। নাক আৰু মুখত খুন্দা লাগি হেলোকা-হেলোকে তেজ ওলাবলৈ ধৰিলে।

উন্মও সৈন্যজাকে দেবালয় লণ্ডভণ্ড কৰি আঁতৰি গ'ল। অচেতন হৈ পৰি থকা শুক্ৰেশ্বৰ ভটাচাৰ্য্যৰ আশে পাশে শিলৰ মূৰ্তিবিলাক পৰি থাকিল। সোণৰ নহয়, শিলৰ মূৰ্তি। প্ৰাণহীণ।

সৈন্যবিলাক যোৱাৰ পিছত শুক্ৰেশ্বৰ ভটাচাৰ্য্যই হঠাৎ সম্বিত ঘূৰাই পালে। নাক আৰু মুখৰ পৰা ওলোৱা তেজবিলাক দুই হাতেৰে মচি মচি হঠাৎ হাও-হাওকৈ কান্দিবলৈ ধৰিলে—"হে মোৰ ঈশ্বৰ! মই এতিয়া কৰো কি? বিধৰ্মীহঁতে মোৰ গাত হাত দিলে, মোৰ জাত গ'ল—ধৰ্ম গ'ল—মোৰ গোপাল—মোৰ লগুণদাল—"

পথাৰখনৰ মাজে মাজে গৈ থকা সৈন্যজাকক লক্ষ্য কৰি আধাবলিয়া শুক্ৰেশ্বৰ ভটাচাৰ্য্য দৌৰিবলৈ ধৰিবলে। চিঞৰি চিঞৰি কৈ গ'ল—"মোক এৰিলি কিয়? মাৰি থৈ যাহঁত, মাৰি থৈ—"

শেষনিশাৰ এন্ধাৰ ভাঙি ভাঙি মনচবদাৰ দিলীৰখাঁ দাউদজায়ে নিৰ্দিষ্ট ঠাইলৈ যাত্ৰা কৰিলে। ফৰ্‌হাদখাঁৰ অধীনত দুশখনমান নাওঁ যুঁজৰ বাবে সাজু হৈ থাকিল। মীৰমুৰ্তাজা আৰু উমেদখাঁই অশ্বাৰোহী আৰু পদাতিক সৈন্যৰ দল সষ্টম কৰি ৰখাই দিলীৰখাঁৰ সঙ্কেত ধ্বনিলৈ বাট চাই ৰ'ল। সকলোৰে আগত থাকিল পৰ্তুগীজ হিলৈদাৰী সৈন্যদল।



দিলীৰখাঁই বৰ্শালৈ বাছকবনীয়া এশটামান সৈন্যৰ সৈতে হাতীৰ পিঠিত উঠি গড়ৰ দক্ষিণ-পূৱ কোণৰ এছোৱালৈ লক্ষ্য কৰি আগ বাঢ়িল। তেওঁক বাট দেখুৱাই লৈ গল অসমীয়া বন্দী সৈন্যটোৱে।

পুহমহীয়া থেতুৰৈ লগা জাৰত ঠেৰেঙা লাগি আছিল পৃথিৱীখন। কুঁৱলীৰে ঢাকখাই থকাৰ কাৰণে নিজৰ গাৰ চাৰিওকাষটোকো নেদেখি

গড়ৰ প্ৰাচীৰৰ চাৰিওফালে পানীৰে চপ্‌চপীয়া হৈ থকা দ গড়খাৰৈটোৰ পাৰত সকলো সৈন্য ৰ'লগৈ। গড়খাৰৈ পাৰ হলেহে গড় পাৰ পাৰি। আগত যোৱা বন্দী সৈন্যটোৱে তাৰ হাতীটো এন্ধাৰৰ আৰলৈ পলকতে কোনোবা এপিনে গড়খাৰৈ পাৰ কৰি লৈ গ'ল। কেইমুহূৰ্ত্তমান থমকি ৰৈ গড়খাৰৈত হাতী নমাবলৈ দিলীৰ-খাঁই নিৰ্দেশ দিলে। কিন্তু হাতীপোঁত যোৱা দ বোকাত পৰি সৈন্য-বিলাক গড়খাৰৈৰ পৰা ওলাব নোৱাৰা হ'ল। আপ্ৰাণ চেষ্টা কৰি মাত্ৰকেইটামান হাতীহে পাৰ হৈ যাব পাৰিলে।

লগে লগে সহস্ৰ সহস্ৰ হিলৈ গৰজি উঠিল। ভমক্ ভমক্কৈ ওলোৱা হিলৈৰ গুলিয়ে পুঁৰতি নিশাৰ আকাশত জুই জ্বলাই তুলিলে। গড়ৰ টিঙৰপৰা বাৰুদচুঙা বাগৰি ফুটি মেদিনী কঁপাবলৈ ধৰিলে। লোহাৰ বৰ্ম থকাৰ কাৰণে কেইবাটাও হিলৈ ফুটি গাত বাৰুদ ছিটিকি পৰিলেও দিলীৰখাঁৰ একো নহ'ল।

বন্দী সৈন্যটো কেনি গ'ল দিলীৰখাঁই ততকে ধৰিব নোৱাৰিলে। প্ৰাচীৰৰ তলছোৱা ঘিটমিটিয়া এন্ধাৰ। হঠাৎ প্ৰাচীৰৰ ওপৰত জ্বলি উঠা হিলৈৰ জুইৰ পোহৰত দিলীৰখাঁই দেখিলে হাতীৰ পিঠিৰ পৰা গড়ৰ প্ৰাচীৰৰ চাপৰ অংশ এটাইদি চুচৰি-চুচৰি কোনোবা এটা ওপৰলৈ উঠি গৈছে। মুহূৰ্ত্ততে দিলীৰখাঁই বুজি পালে সৈন্য-টোৰ চাতুৰি। লগে লগে হাতৰ বল্লমপাত তাৰ গালৈ লক্ষ্য কৰি

মাৰি পঠালে। প্ৰাচীৰৰ ঠিক ওপৰ গৈ পোৱা সৈন্যটো চিঞৰ মাৰি বাগৰি গড়ৰ ভিতৰলৈ পৰি গ'ল।

সৈন্যটোৰ কাষলৈ গড়ৰ ভিতৰত থকা এজাক অসমীয়া সৈন্য দৌৰি গ'ল। তলপেটৰ একাষেৰে যাঠি সোমাইছে সৈন্যটোৰ। অসহ্য মৰণকাতৰ যন্ত্ৰণাত ছটফট কৰি আছে সি। কোনোবা এফালৰ পৰা চেতিয়া ফুকন পাইছিলহি, সৈন্যটোৰ কাষলৈ লৰালৰিকৈ আগবাঢ়ি গ'ল। তাৰ মুখখনত চকু পৰাৰ লগে লগে চকু হাল জাপ খাই গ'ল চেতিয়া ফুকনৰ।

"মনোহৰ!" সৈন্যটোৰ কাষত আঠুকাঢ়ি বহি দুই হাতেৰে তাক সাৱটি ধৰিলে চেতিয়া ফুকনে। ওচৰত থকা সৈন্যকেইটাই ঘাই সেনাপতিয়ে সাধাৰণ বন্দী সৈন্য এটাক ইমান বেছি আদৰ কৰা দেখি আচৰিত হৈ চাই থাকিল।

চেতিয়া ফুকনৰ মাত শুনি মনোহৰ শইকীয়াই ধীৰে ধীৰে চকু মেলাৰ চেষ্টা কৰিলে। চেতিয়া ফুকনৰ মুখৰ ওপৰত চকুহাল এক মুহূৰ্ত ধৰি থাকি সেহাই সেহাই ক'লে,—"দিলীৰখাঁক গড়খাৰৈ পাৰ কৰি আনিছো—"

চেতিয়া ফুকনৰ মনত নিমিষতে খেলাই গ'ল, মোগল সেনাপতিক শল ঠেকত পেলাবলৈ বন্দী মনোহৰে চেষ্টা কৰিছে। গড়খাৰৈ পাৰ হৈ অহা সৈন্য সহজে উভতি যাব নোৱাৰে। যুঁজত সিহঁতৰ মৃত্যু নিশ্চিত। কিন্তু—

অসহ্য যন্ত্ৰণাত ছটফট কৰি কৰি কিবা কবলৈ মুখখন মেলাৰ চেষ্টা কৰিলে মনোহৰে আৰু হঠাৎ চেতিয়া ফুকনৰ গাত দুই হাতেৰে প্ৰাণ-পণে খামুচি ধৰিলে। মূৰটো এফালে লগে লগে হালি পৰিল। ডাঙৰ ডাঙৰকৈ মেলিব খোজা চকুহাল কোটৰৰপৰা বাহিৰ হৈ আহিব খুজিছিল, আকাশখনৰ ওপৰত দৃষ্টি থৈ হঠাৎ নিথৰ হৈ গ'ল।



অন্যফালে, গড়খাৰৈ পাৰহৈ অহা সৈন্যকেইটাক আগবাঢ়িবলৈ হুকুম দিলে দিলীৰখাঁই। গড়ৰ ভিতৰ আৰু বাহিৰৰপৰা মৰা দুই পক্ষৰ হিলৈৰ শব্দই আকাশ আৰু পৃথিৱী কঁপাই তুলিলে। আগবাঢ়ি আহি আহি গড়খাৰৈৰ পাৰ পোৱা মোগল সৈন্যৰ গালৈ লক্ষ্য কৰি অসমীয়া সৈন্যই কাঁড়, বৰ্শা আৰু হিলৈৰ বৰষুণ বৰষিবলৈ ধৰিলে। অসংখ্য সৈন্য ৰণত পৰিল। গড়খাৰৈৰ ঘোলা পানী মোগল সৈন্যৰ তেজেৰে ৰাঙলী হৈ পৰিল।

শেষৰাতি। চেতিয়া ফুকন বুঢ়া গোহাঁইৰ কাষ পালেহি। চিন্তাগধুৰভাৱে ক'লে,—"চৰীয়াই আহি বতৰা দিছে ডাঙৰীয়া—"

"কি বতৰা দিছে?" উৎকণ্ঠিত হৈ উঠি বুঢ়া গোহাঁয়ে তেতিয়া ফুকনৰ মুখত চকু থ'লে। তলমূৰ কৰি থাকি অস্পষ্ট স্বৰেৰে চেতিয়া ফুকনে ক'লে,—

"পোতাকলঙৰ কোঁঠ মোগলৰ হাতত পৰিল।"

"কি??"

"বৰফুকনে বিশ্বাসঘাতকতা কৰিছে ডাঙৰীয়া। ভোটাই ডেকাৰ হতুৱাই কোঁঠ আক্ৰমণৰ সুচল পথ মোগলক দেখুৱাই দিলে—"

বুঢ়া গোহাঁয়ে লৰালৰিকৈ হতাশভাৱটো লুকুৱাই পেলালে আৰু ক'লে,—"আমি ইয়াত সপ্তম হোৱাহে কথা ফুকন! দিলীৰখাঁ গড়খাৰৈ পাৰ হৈ আহিছে। মোৰ ভাব হৈছে মোগলে এইবাৰ প্ৰাণপণে যুঁজ দিব। আমাৰ সৈন্যক—"

"বছদ আৰু খাৱ-বাৰুদ এতিয়াও যে আহি নাপালে ডাঙৰীয়া! আবেলিৰপৰা সৈন্যবিলাক শুদা পেটেৰে আছে। বাৰুদৰ অভাৱত হিলৈবিলাক ক্ৰমাৎ অচল হৈ পৰিছে।

"বৰ গোহাঁয়ে—"

"বৰ গোহাঁয়ে আমাৰ অনুৰোধ ৰক্ষা কৰা নাই। ঘোঁৰা কোঁৱৰক উভতি আহিবলৈ নিদি, মানুহ পঠিয়াই কোৱাইছে ৰছদ তেওঁ নিদিয়ে।"

"বৰফুকনৰ দৰে তেন্তে বৰ গোহাঁয়েও—" অসহ্য খঙত বুঢ়া গোহাঁয়ে দাঁত কৰচিলে। শেষত হতাশাৰ সুৰত ক'লে,— "আহোমৰ ভাগ্যদেৱতা চোমদেওৰ অভিশাপ হয়তো আমাৰ ওপৰত পৰিছে ফুকন! অসমৰ ভাগ্যত এতিয়া কি আছে একমাত্ৰ ভগৱানেইহে জানে।"

চেতিয়া ফুকন শিয়ঁৰি উঠিল। লৰালৰিকৈ বাধা দি ক'লে,— "ভগৱানে জনাৰ আগতেই আহক ডাঙৰীয়া, আমি আমাৰ নিজৰ ভাগ্য নিজে ঠিক কৰি লওঁ। দিলীৰখাঁই প্ৰাচীৰ বগাই উঠাৰ চেষ্টা কৰিছে, আমাৰ হিলৈদাৰ নিমাত। ব'লক— অশ্বাৰোহী, পদাতিক, নৌ্সেনা সকলোকে অসম মাতৃৰ ৰক্ষাৰ কাৰণে শেষ টোপা তেজ দি যুঁজিবলৈ কওঁগৈ। হাত সাৱটি কাপুৰুষৰ দৰে মৰাতকৈ যুদ্ধ ক্ষেত্ৰত বীৰৰ দৰে—"

কাণ তাল মৰা এজাউৰি বৰ হিলৈৰ শব্দত চেতিয়া ফুকনৰ মাত তলপৰি গ'ল।

মোগলৰ হিলৈদাৰী সৈন্য ক্ৰমাৎ ওচৰ চাপি আহিল। ক্ৰমাৎ কাষ চাপি আহি থকা পদাতিক সৈন্যদল গড়খাৱৈ পাৰ হ'ল। শত্ৰুপক্ষৰ বৰটোপ আৰু হিলৈয়ে আনন্দত আত্মহাৰা হৈ পূৰ্ণোদ্যমে যেন গৰজিবলৈ ধৰিলে। গড়ৰ প্ৰাচীৰৰ ওপৰত থকা হিলৈদাৰী সৈন্য জাকে জাকে বাগৰি পৰিবলৈ ধৰিলে। অসমীয়া সৈন্যৰ গোলা-বাৰুদ শেষ হৈ অহাৰ কাৰণে প্ৰাচীৰৰ ওপৰৰপৰা নামি অহাৰ বাহিৰে অন্য উপায় নাথাকিল।

গড়ৰ একাংশৰে বগাই ওপৰলৈ উঠিব খোজা মোগল সৈন্য প্ৰাচীৰৰ ওপৰ পালেহি। লগে লগে সেই ঠাইলৈ অসমীয়া সৈন্যৰ এটা দল পালি সেনাপতি লাহন ফুকনৰ অধীনত গড়ৰ ভিতৰৰ-পৰা দৌৰি গ'ল। সকলোৰে চকুত পৰিল কেইবাটাও মোগল সৈন্যই হাতত তৰবাৰি আৰু বৰ্শালৈ গড়ৰ ওপৰলৈ উঠি আহিছে।



মাত্ৰ দুটা হিলৈদাৰে তেতিয়াও কাম কৰি আছিল। খাৰ-বাৰুদ শেষ হোৱাৰ কাৰণে শাৰী শাৰীকৈ থোৱা হিলৈবিলাক নিৰৱ হৈ গৈছে।

লাহন ফুকন ক্ষিপ্ৰতাৰে বৰ হিলৈ এটাৰ ওচৰলৈ দৌৰি গ'ল। বুকুত গুলি লগা হিলৈদাৰ এটাই বৰ হিলৈটো তেতিয়াও সাৱটি ধৰি পৰি আছিল। ফুকনে গুলী ফুটোৱাৰ চেষ্টা কৰিলে। হিলৈটো শেষ বাৰৰ কাৰণে যেন গৰজি উঠিল। প্ৰাচীৰৰ ওপৰলৈ উঠি অহা সৈন্য দুটাৰ দেহ মুহূৰ্ততে ছিন্নভিন্ন হৈ ছিটিকি গ'ল। লগে লগে অদ্ভুত আৰ্তনাদ কৰি লাহন ফুকন বাগৰি পৰিল। ঠিক সময়তে শত্ৰু সৈন্য এটাই দলিয়াই দিয়া তৰোৱালখনে তেওঁৰ বুকু ভেদি পেলালে। কেইবাটাও সৈন্যই দৌৰি গৈ লাহন ফুকনক ধৰাধৰিকৈ গড়ৰ ভিতৰলৈ আঁতৰাই আনিলে।

বুঢ়া গোহাঁই আৰু চেতিয়া ফুকন একেলগে লাহন ফুকনৰ কাষ চাপি গ'ল। তেওঁলোকক দেখাৰ লগে লগে মাত্ৰ এটা শব্দ উচ্চাৰণ কৰিলে লাহন ফুকনে—"বাহুলী—"

শব্দটোৱে এটা প্ৰচণ্ড হিলৈৰ দৰে চেতিয়া ফুকনৰ বুকুত আহি আঘাত কৰিলে। তেওঁৰ মনত মুহূৰ্ততে খেলাই গ'ল বাহুলী ফুকনক গড়গাৱঁত এৰি থৈ অহাটো একেবাৰে উচিত নহ'ল। সি হয়তো চুকত থাকি বুকুত কামোৰাৰ ষড়যন্ত্ৰ কৰি আছে—

সেইদিনা, গোটেই দিনটো যুঁজ চলিল। সন্ধ্যা হৈ অহাৰ লগে লগে অসমীয়া সৈন্যৰ মাজত হাহাকাৰ লাগিল। বচদ আৰু খাৰ-বাৰুদৰ কণা এটাও আৰু অৱশিষ্ট নাই। বুঢ়া গোহাঁই হাতীৰ ওপৰত শিলৰ মূৰ্তিৰ দৰে বহি ৰ'ল। গড় এৰি পাছহুহকি যোৱাৰ বাহিৰে অন্য একো উপায় নাই। মোগল সৈন্যই চাৰিওফালৰপৰা বেৰি ধৰিলে গড়ৰ ভিতৰৰপৰা এটাও সৈন্য ওলাই যাব নোৱাৰিব।

"গড়ৰ বাহিৰ ওলাই খেদি যোৰাৰ বাহিৰে আৰু কোনো উপায় নাই ডাঙৰীয়া—" চেতিয়া ফুকনে ক'লে,—"পদাতিক আৰু অশ্বাৰোহী সৈন্যৰ এটা দললৈ মই দক্ষিণলৈ যাও—"

"কিন্তু সৈন্যৰ বছদ—"

"খাবলৈ নাপাই মৰাতকৈ দেহত থকা শেষ টোপা তেজ দি শত্ৰুৰ লগত যুঁজ কৰি মৰাটো বীৰৰ কাম ডাঙৰীয়া !" চেতিয়া ফুকনে ক'লে,—"যিমান সময় পৰা যায় শত্ৰু সৈন্যক ভেটাদি ৰাখিম মই। আপোনালোক উত্তৰৰ বাটেৰে ওলাই যাব। ব্ৰহ্মপুত্ৰত নাও-নাৰবীয়া সাজু হৈ আছে—"

"কিন্তু—"

"এতিয়া আৰু গুণা-গঁথা কৰাৰ সময় নাই ডাঙৰীয়া। অসমৰ ৰজা আৰু প্ৰজাক যদি ৰক্ষা কৰিব খোজে গড় এৰি উজাই যাওক। মনত পেলাওক এই সময়ত গড়গাৱঁত মোতকৈ আপোনাৰ উপস্থিতি অতিশয় প্ৰয়োজন। 'বাহুলী' আৰু 'মনথিৰ' দুই 'মন্ত্ৰী' এতিয়া গড়গাৱঁত—"

"সঁচাকথা চেতিয়া ফুকন !—" বুঢ়া গোহাঁই ডাঙৰীয়া চঞ্চলহৈ উঠিল—"বাহুলী আৰু মনথিৰ এতিয়া গড়গাৱঁত। সোণৰ সঁফুৰা গড়গাৱঁ নগৰখন কেনেকৈ ৰক্ষা কৰা হয়, স্বৰ্গদেও ঈশ্বৰক কেনেকৈ—"

কথা শেষ হোৱাৰ আগতেই উধাতু খাই পানী ফুকন পালেহি। ক'লে,—"চামধৰা কোঁঠ এৰি বৰ গোহাঁই উজাই গৈছে ডাঙৰীয়া ! কোঁঠৰ খাৰ-বাৰুদ, বছদ-পাতি সকলো শত্ৰুৰ হাতত পৰিল।"

"তাৰ কাৰণেই বৰ গোহাঁয়ে আমাক বছদ দিয়া নাছিল চেতিয়া ফুকন ! ইহঁত সকলোৱে মিলি—"

বুঢ়া গোহাঁয়ে কথা শেষ কৰিবলৈ পোৱাৰ আগতেই চেতিয়া ফুকনে বিস্বাশবদে ঘোঁৰা ছুটাই গুচি গ'ল আৰু বিমূঢ় হৈ ৰৈ



থকা সৈন্যবিলাকক চিঞৰি চিঞৰি ক'বলৈ ধৰিলে,—"মোৰ লগত আহা—এইফালে—এইফালে—"

ঘাই সেনাপতিৰ আদেশ পাই সৈন্যবিলাক কাকতি ফৰিঙৰ দৰে জাকি মাৰি তেওঁৰ পাছে পাছে যাবলৈ ধৰিলে।

অলপ পাছত গড়ৰ উত্তৰ পূব কোণৰ দুৱাৰখন মেল খাই গ'ল।

অসমীয়া সৈন্যৰ পৰাজয়ৰ বাতৰি বিজুলী বেগেৰে চাৰিওফালে বিয়পি পৰিল।

পাছহুহকি যোৱা অসমীয়া সৈন্যক খেদি বাঢ়নী পানীৰ দৰে হিলদল ভাঙি মোগল সৈন্য আগবাঢ়ি যাবলৈ ধৰিলে।

কেইটামান গা-ৰখীয়া সৈন্য লগত লৈ বৰ সেনাপতি বুঢ়া গোহাঁই গড়গাওঁ পালেগৈ। দেখাৰ লগে লগে স্বৰ্গদেও ঈশ্বৰ দুখত ভাগি পৰিল। বুঢ়া গোহাঁইক সাবটি ধৰি থোকাথুকি মাতেৰে ক'লে,—"মই এতিয়া কি কৰো ডাঙৰীয়া ? বোপা-ককাৰ দেশখন মই কেনেকৈ ৰাখো ?"

বুঢ়া গোহাঁয়ে নিজক একোপধ্যে সংযত কৰি ৰখাব নোৱাৰি ক'লে,—"অসমীয়াৰ চৰম দুৰ্ভাগ্য আৰম্ভ হৈছে যেন পাও স্বৰ্গদেও ! দেশৰ এই দুৰ্য্যোগৰ সময়ত স্বয়ং বৰফুকনে বিশ্বাসঘাতকতা কৰিলে, ৰাজ্যৰ ধৰণী বৰ গোহাঁয়ে মাত্ৰ যুঁজ কৰাৰ ভাও জুৰিলে। পোতা-কলং আৰু চামধৰা কোঁঠত তেওঁলোক দুজনে প্ৰাণপণে যুঁজ কৰা হ'লে—"

ৰাজমন্ত্ৰী ফুকনে প্ৰবোধ দিয়াৰ সুৰত ক'লে,—"এতিয়া অনুতাপ কৰি থাকি লাভ কি ডাঙৰীয়া ?"

"সঁচা কথা স্বৰ্গদেও !" বুঢ়া গোহাঁয়ে লৰালৰিকৈ ভুল স্বীকাৰ কৰি ক'লে,—"অনুতাপ আৰু অনুশোচনা কৰাৰ আৰু সময় নাই।

বিপদৰপৰা কিদৰে ৰক্ষা পোৱা হয় আমি এতিয়া তাৰহে আলচ কৰিব লাগে।”

অলপ সময়ৰ ভিতৰতে আলোচনা কৰি সিদ্ধান্ত কৰা হ'ল—স্বৰ্গদেও ঈশ্বৰক অতি শীঘ্ৰে গড়গাওঁ নগৰৰপৰা আঁতৰাই পঠোৱা হওক। ৰাজমন্ত্ৰী ফুকন আৰু বুঢ়া গোহাঁই ডাঙৰীয়া গড়গাৱঁত থাকিব। লগত থাকিব বাহুলী ফুকন, মনথিৰ পৰ্বতীয়া ফুকন, ভিতৰুৱাল গোহাঁই আদি বিষয়াসকল। তেওঁলোকে গড়গাওঁ চহৰ ৰক্ষা কৰাৰ ব্যৱস্থা কৰিব, বছদ-পাতি, গোলা-বাৰুদ যি পৰা হয় অন্য ঠাইলৈ পঠোৱাৰ দিহা কৰিব আৰু যদি পৰা যায় পেছকছ দি হ'লেও মোগলক—”

দুশ্চিন্তাত জুপুকা মাৰি স্বৰ্গদেও বহি শুনি আছিল। হঠাৎ শিয়ঁৰি উঠি ক'লে,—“সোণাপুৰ গড়গাওঁ নগৰখন এৰি মই কলৈ যাম ডাঙৰীয়াসকল? কলৈকো নাযাও, ইয়াতে থাকো। মোগলে অসমৰ স্বৰ্গদেৱক ৰাজকাৰেঙৰ পৰাই ধৰি নিয়কহি। তেহে যদি কুলাঙ্গাৰহঁতৰ গালৈ চেতনা আহে।”

ৰাজমন্ত্ৰী ফুকনে স্বৰ্গদেৱক বুজোৱাৰ চেষ্টা কৰিলে,—“চেতনা-হীনৰ গালৈ চেতনা আহিব কেনেকৈ স্বৰ্গদেও? অচেতন প্ৰাণীৰ প্ৰাণ জানো থাকে?”

বুঢ়া গোহাঁই ডাঙৰীয়া স্বৰ্গদেওৰ কাষ চাপি গৈ ভাৰস্তিৰে ক'লে,—“স্বৰ্গদেও ঈশ্বৰ! মানুহৰ ওপৰত খং-ৰাগ কৰি লাভ নাই। দেৱতাৰ কোপতেই এনে হৈছে। ব'লক স্বৰ্গদেও! মই আপোনাৰ যাত্ৰাৰ দিহা কৰি দিওগৈ—”

স্বৰ্গদেৱে বুঢ়া গোহাঁইৰ কথালৈ কাণ নিদি ৰাজসভাত বহি থকা বাহুলী ফুকনলৈ অগ্নি দৃষ্টি নিক্ষেপ কৰি গৰজিলে,—“গড়গাওঁ এৰি যোৱাৰ আগতে মোক বাহুলী ফুকনৰ মূৰটো কাটি হাতত লৈ যাবলৈ দিয়ক ডাঙৰীয়া! নহ'লে সি আপোনা-



লোকক সুদাই নেৰে। মোৰ মনে কৈছে সোণৰ অসম দেশ সি শত্ৰুক বেচিহে এৰিব।”

বুঢ়া গোহাঁই আৰু ৰাজমন্ত্ৰী ফুকনে স্বৰ্গদেওক শান্ত কৰাৰ চেষ্টা কৰিলে। কিন্তু স্বৰ্গদেৱে খঙত দাঁত মুখ কৰচি চাওদাং বৰুৱালৈ চাই আদেশ দিলে,—“অসমৰ স্বৰ্গদেৱৰ আদেশ, চেংমুন বৰফুকনক নচচা শূলত দিয়া, লাঙ্গিচং বৰ গোহাঁইক হাতীৰে গছকোৱা আৰু এই নিধক বাহুলীৰ গাৰ মঙহ টুকুৰা টুকুৰাকৈ কাটি কুকুৰ শিয়ালক খাবলৈ দিয়া—”

স্বৰ্গদেৱে খঙত ফোপাবলৈ ধৰিলে। ৰাজমন্ত্ৰী ফুকন আৰু বুঢ়া গোহাঁয়ে শান্ত কৰিবলৈ যত্ন কৰি ক'লে,—“ধৈৰ্য্য ধৰক স্বৰ্গদেও! বিপদৰ সময়ত ধৈৰ্য্যইহে ঔষধি। ফুকনে হেংদান চুই ৰাজসভাত শপত খাইছে, গড়গাওঁ চহৰ ৰক্ষা কৰাত তেখেতে আমাক সহায় কৰিব। শিৰ ফুটা আহোমৰ ঘৰৰ ল'ৰাৰ শপত—”

“বিশ্বাসঘাতকক বিশ্বাস নকৰিব ডাঙৰীয়াসকল!” স্বৰ্গদেৱে সমান উত্তেজনাৰে ক'লে,—“বাহুলীৰ শপতৰ মূল্য নাই। সি মোমাই তামুলী বৰ বৰুৱাৰ বংশৰ কলঙ্ক—”

দুইজন ডাঙৰীয়াই ধৰি ধৰি স্বৰ্গদেওক ৰাজসভাৰপৰা আঁতৰাই লৈ গ'ল। কেইটামান মুহূৰ্ত কাঁহ পৰি জীণ যোৱাৰ দৰে নিৰৱ। লাজ আৰু অপমানত বাহুলী ফুকনৰ মুখৰ ৰং ঘনে ঘনে সলনি হৈ গ'ল। তলৰপৰা এবাৰো তেওঁ ওপৰ মু কৰা নাই। শব্দ এটা উচ্চাৰণ কৰিবলৈও যেন ৰাজসভাৰ সকলোৱে ভয় কৰিছে।

স্বৰ্গদেওক কাৰেঙত থৈ উভতি আহি বুঢ়া গোহাঁই ডাঙৰীয়াই ৰবচ'ৰাৰ বিষয়াসকললৈ চাই ক'লে,—“ডাঙৰীয়াসকল! দেশৰ দুৰৱস্থা দেখি স্বৰ্গদেও ঈশ্বৰ বিতত হৈ পৰিছে। স্বৰ্গদেৱে দুখেৰে ৰাজসভাত যি কৈ গ'ল তাৰ বাবে তেখেতৰ হৈ মই সকলোৰে

ওচৰত হাত যোৰ কৰি ক্ষমা খুজিছো । আহক আমি সকলোৱে মিলি দেশখন কেনেকৈ ৰক্ষা কৰা হয় সেই কথা আলচ কৰো—"

বুঢ়া গোহাঁইৰ কথাত সকলোৰে যেন গালৈ চেতনা আহিল। একমাত্ৰ বাহুলী ফুকন বৰ বেছি গম্ভীৰ হৈ নিৰ্জীৱৰ দৰে বহি থাকিল ।

আলোচনাত ভাগ লৈ ৰাজমন্ত্ৰী ফুকনে ক'লে,—"ৰাজভঁৰালৰ মূল্যবান বয়বস্তু আঁতৰাবলৈ আমাক এতিয়া সময় লাগে । গতিকে মোগল শিবিৰলৈ বাঁহবৰীয়া কটকী, লখন তামুলী আৰু চয়াল মুদৈ আদি কেইজনমানক পঠোৱা হওক । তেওঁলোকে যি লাগে পেছকছ দিবলৈ গাত লৈ য'তে আছে ত'তে পৰাই উভতি যাবলৈ সন্মত কৰাওকগৈ ।"

বাহুলী ফুকনে প্ৰথম বাৰৰ কাৰণে মূৰ দাঙিলে আৰু সকলোৰে অলক্ষ্যে একোণত বহি থকা চয়াল মুদৈৰ চকুত চকু থ'লে । দুইজনৰ চকুৱে যেন ইঙ্গিতেৰেই কিবা কথা পাতিলে ।

"গড়গাওঁ ৰক্ষাৰ ভাৰ থাকিল বাহুলী ফুকন ডাঙৰীয়াৰ ওপৰত—" হঠাৎ উচপ খাই উঠি চয়াল মুদৈৰ চকুৰপৰা চকু আঁতৰাই আনিলে বাহুলী ফুকনে । বুঢ়া গোহাঁই ডাঙৰীয়াই পুনৰ ক'লে,—"ৰাজমন্ত্ৰী ফুকনৰ ওপৰত থাকিল চহৰৰ বয়বস্তু ততাতৈয়াকৈ আঁতৰোৱাৰ ভাৰ । চ'ৰাৰ সকলো ফুকন বৰুৱাই তেখেতক সহায় কৰিব ।"

ৰাজসভা লৰালৰিকৈ ভঙ্গ কৰা হ'ল ।

সন্ধিয়াৰপৰা ৰাজভঁৰালৰ বস্তু-বাহানি আঁতৰাই নিয়াৰ কাম আৰম্ভ হ'ল । এশটা হাতীৰ পিঠিত বোজাই দিয়া হ'ল মূল্যবান সামগ্ৰী । কেইবা হেজাৰো মানুহে নিশাৰ নিশাটো কাম কৰিবলৈ ধৰিলে । তথাপিও যি থাকিল বা এৰি থৈ গ'ল, তাকো নষ্ট কৰি



পেলোৱাৰ চেষ্টা নেৰিলে । গড়গাওঁৰ পুখুৰীবিলাকত অসংখ্য বৰটোপ-হিলৈ পেলাই দিলে । ধান চাউলেৰে খুন্দখাই থকা ভঁৰালবিলাকৰ সৰহ সংখ্যকত জুই লগাই দিলে । ঘৰ পোৰা জুইৰ পোহৰত উজনি অসম ৰাতিয়ে দিনে কেইবাদিনলৈকে পোহৰ হৈ থাকিল ! বাঁহৰ হিলৈ ফুটাৰ শব্দৰে মুখৰিত হৈ থাকিল চৌদিশ ।

ৰাতি নৌপুৱাওতেই স্বৰ্গদেও পৰিয়াল পৰিজনৰ সৈতে গড়গাওঁ এৰি নামৰূপলৈ যাত্ৰা কৰিলে । লগত গ'ল চহৰৰ সম্ভ্ৰান্ত মুনিহ, তিৰোতা সকলো ! শ শ দোলা, হাতী আৰু ঘোঁৰাৰ সমদলে দেৱৰো দুৰ্গম গড়গাওঁ চহৰ পৰিত্যাগ কৰিলে ।

শিলৰ মূৰ্তিৰ দৰে কেকোৰাদোলাত বহি থকা স্বৰ্গদেওক ভিতৰুৱাল বৰুৱা, ৰাজমন্ত্ৰী ফুকন আৰু বুঢ়া গোহাঁই বহুত দূৰলৈকে প্ৰবোধ দি গ'ল ।

এদিন যি স্বৰ্গদেও ৰাজলৈ ওলালে বাজুৱা-বিষয়া, পালি-পহৰীয়া, লগুৱা-লিকচৌৰ গাত তৎ নোহোৱা হয়, স্বৰ্গদেৱৰ মুখ এবাৰ দেখিবলৈ পোৱাতো সাতজন্মৰ পুন্যৰ ফল বুলি ভাবি হেজাৰ হেজাৰ প্ৰজা বাটৰ দুই কাষত ৰৈ থাকে, সেই স্বৰ্গদেও নিতান্ত আড়ম্বৰহীন-ভাৱে ৰাজকাৰেঙৰপৰা বাহিৰ ওলাল । ঢুলীয়াই ঢোলত দোলা-কাষৰীয়া ছেও মৰা নাই, নাই আনন্দ উৎসৱৰ পয়োভৰ । স্বৰ্গদেওৰ মুখ মলিন, চুলি আউল বাউল । চকুৰ গুৰিত অনিদ্ৰা আৰু দুশ্চিন্তাৰ চাপ । দুইকাষত ৰৈ থাকক চাৰি স্বৰ্গদেৱক পাছ পেলাই শ শ মানুহ লৰাধপৰাকৈ আগবাঢ়ি গৈছে । সকলো নিজৰ চিন্তাত বিভোৰ । কোন আগতে প্ৰাণলৈ নিৰাপদ ঠাই পাবগৈ পাৰে, তাৰ কথাহে চিন্তা কৰিছে মানুহে ।

স্বয়ং স্বৰ্গদেও ঈশ্বৰ ৰাজধানী এৰি যোৱা দেখি বাটৰ মানুহ আৰু বেছি শঙ্কিত হৈ উঠিল । আগপাছ নুগুণি যেনি পায় তেনি পলাবলৈ আৰম্ভ কৰিলে । চহৰৰপৰা ক্ৰমাৎ গাওঁবিলাকলৈ

বিয়পি পৰিল ভয়। জাকে জাকে মানুহ ঘৰবাৰী এৰি পলাবলৈ আৰম্ভ কৰিলে। গড়গাৱঁৰপৰা আৰম্ভ হোৱা ভগনীয়া ডা-ডাঙৰীয়াৰ পৰিয়ালৰ সৈতে ক্রমাৎ মানুহৰ সংখ্যা বৃদ্ধি হ'বলৈ ধৰিলে। শ্মশানৰ দৰে নিবৰ হৈ পৰিল চহৰ আৰু গাওঁ। ভতুৱা কুকুৰ-বিলাকে বিপদৰ আগজাননী পাই যেন চিঞৰত গগন ফালি ৰাউচি জুৰিলে। ধোৱা কাঁউৰী আৰু জোটাশালিকাৰ লগে লগে অবোধ গৰু-ম'হ, ছাগলীৰ ভয়াৰ্ত আৰ্তনাদেৰে উপচি পৰিল চৌদিশ।

চকুৰ আঁৰ নোহোৱালৈকে চেনেহৰ গড়গাওঁ নগৰখনলৈ সতৃষ্ণ নয়নেৰে স্বৰ্গদেৱে চাই গ'ল।

বলীয়া ফাগুনৰ বতাহ পাই ফুলি উঠা নাহৰ আৰু এজাৰ ফুলবিলাকে আৰু বেছি ভয়ৰ সঞ্চাৰ কৰিছে। মৌমাখি আৰু ভোমোৰাবিলাকে ভয় খাই গুণগুণাবলৈ যেন পাহৰি গ'ল। ইটোৰপৰা সিটোৰে এই বিপদৰ বতৰা কঢ়িয়াই ফুৰিছে।

গড়গাওঁ চহৰ নেদেখা হোৱাত স্বৰ্গদেৱে এটা গভীৰ হুমুনিয়াহ কাঢ়িলে আৰু কাষে কাষে আহি থকা ডাঙৰীয়াকেইজনক ক'লে,—

"মই আহিলো ডাঙৰীয়াসকল! মোৰ আত্মাটো কিন্তু এতিয়াও গড়গাওঁ নগৰতে আছে। মোগলৰ হাতলৈ সোণাপুৰ নগৰখন যোৱাৰ আগতে—"

স্বৰ্গদেওৰ মাত থোকাথুকি হৈ গ'ল। বুঢ়া গোহাঁই ডাঙৰীয়াই প্ৰবোধ দিলে—"স্বৰ্গদেৱে বেছি চিন্তা নকৰিব। মোগলৰ হাতত পাৰোমানে আমি দেশ এৰি নিদিওঁ। গোলা-বাৰুদ আৰু খাদ্যদ্ৰব্যও যাতে সিহঁতৰ হাতত নপৰে তাৰ ব্যৱস্থা কৰা হ'ব।"

ৰাজমন্ত্ৰী ফুকন আৰু বুঢ়া গোহাঁইৰ মুখলৈ নাচাই দোলাৰ জলমৰ ফাঁকেৰে দেখা কণমান আকাশখনলৈ থৰ লাগি চাই ৰ'ল স্বৰ্গদেৱে। কিছুসময়ৰ পাছত গভীৰভাৱে মুহুনিয়াহ এৰি ক'লে,—



"যি কৰে এতিয়া আপোনালোকৰ ওপৰতেই ডাঙৰীয়াসকল মই একোকে ভাবিবপৰা নাই। যদি অতিবেছি টান যেন দেখে হিলৈ আৰু খাৰ-বাৰুদৰ সৈতে ভঁৰালবিলাক—"

"আমি সকলো ব্যৱস্থা কৰিম স্বৰ্গদেও ঈশ্বৰ! আপুনি চিন্তা নকৰিব।" ৰাজমন্ত্ৰী ফুকনে লৰালৰিকৈ ক'লে। স্বৰ্গদেৱে অসহায়ভাৱে তেওঁলৈ চাই থাকিল! একমাত্ৰ বুঢ়া গোহাঁই আৰু ৰাজমন্ত্ৰী ফুকনৰ ওপৰতেই এতিয়া ভৰসা। স্বৰ্গদেৱক একোকে নজনোৱাকৈ আগনিশাই বৰ গোহাঁয়ে গড়গাওঁ এৰিলে। কেই-বাদিনো হ'ল বৰফুকনৰ বিষয়ে কোনেও একো নাজানে। বাহুলী ফুকনে স্বৰ্গদেও নগৰ এৰি অহাৰ সময়তো আগবঢ়াই থ'বলৈ অহাৰ প্ৰয়োজনবোধ নকৰিলে। পৰ্বতীয়া ফুকনৰ লগত স্বৰ্গদেৱৰ পুৰণা সম্বন্ধটো কেইটামান দিনৰ ভিতৰতে ঘূণে ধৰিলে। হয়তো—

ৰাজমন্ত্ৰী ফুকন আৰু বুঢ়া গোহাঁই ডাঙৰীয়া উভতি যাব খুজি স্বৰ্গদেৱক সেৱা কৰিলে আৰু ক'লে,—"স্বৰ্গদেও ঈশ্বৰ! আশীৰ্বাদ কৰক যাতে মোগল বৈৰীক খেদাই দেশখন ৰখাব পাৰো।"

স্বৰ্গদেৱৰ মুখৰপৰা এটাও শব্দ বাহিৰ নোলাল। বুঢ়া গোহাঁই ডাঙৰীয়াই দেখিলে স্বৰ্গদেৱৰ দুইচকু পানীৰে উপচি পৰিছে।

কেইদিনমানৰ আগতে পথাৰৰপৰা ধান চপাই হৈছিল মাথোন। ভঁৰালবিলাক খুন্দখাই উঠিছিল সোণবৰণীয়া ধানেৰে। ঘৰৰ আগ-চোতালবিলাক উপচি পৰিছিল মাহ, তিল আৰু সৰিয়হেৰে। সকলো এৰি বাটলৈ ওলাই আহিল মানুহ। হাতত যিহকে পালে তাকে লৈ হিলদল ভাঙি পলাবলৈ আৰম্ভ কৰিলে। লগত লৈ আহিছে সিহঁতে ভয়, উৎকণ্ঠা আৰু আশঙ্কা। ঘৰত এৰি থৈ অহা মূল্যবান বস্তুৰ বাবে অনুতাপ আৰু পাছ পৰি যোৱা পুত্ৰ-কন্যা আত্মীয়ৰ বাবে

মনস্তাপ । চাৰিওফালে শুনা যায় মাত্ৰ সন্তান হেৰুওৱা পিতৃমাতৃৰ ব্যাকুল কণ্ঠস্বৰ । আপোনজনৰপৰা বিচ্ছিন্ন হোৱা কিশোৰ আৰু কিশোৰীৰ কান্দোনৰ ৰোল ।

স্বৰ্গদেৱক কঢ়িয়াই নিয়া দোলাখন আগবাঢ়ি যোৱাৰ কাৰণে মানুহ ভাঙি ভাঙি বাট উলিয়াই যাব লগা হৈছিল । আগে আগে বাট উলিয়াই গৈছিল মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লালুক দোলাকাষৰীয়া বৰুৱাই । বাট এৰি দিয়াৰ কথা শুনিলে কুটুহাই উঠে মানুহে । ৰজা আৰু প্ৰজা এতিয়া সকলো সমান । দুৰ্য্যোগৰ সময়ত উচ্চনীচৰ ভেদভাব অচল । দু-কূলটকা বানপানীত সেই কাৰণেই সাপ আৰু মানুহে, বাঘ আৰু হৰিণে একেখন ভুৰতে উঠি প্ৰাণ ৰক্ষা কৰে ।

দোলোকাষৰীয়া বৰুৱাই ঘনে ঘনে চিঞৰি কৈছে,—"আঁতৰি যোৱা—স্বৰ্গদেও আহিছে—স্বৰ্গদেও—"

হঠাৎ এবাৰ স্বৰ্গদেওৰ কাণত খনখনাই বাজি উঠিল স্ত্ৰীকণ্ঠৰ কটুৰা কণ্ঠস্বৰ—"আহক দিয়া তোমাৰ স্বৰ্গদেওটো । সবগৰপৰা নামি আহিছেনে কিবা ? আমাৰ দৰে তেৰেঁা তেও নৰমনিচহে !"

"চুপ্ !" দোলাকাষৰীয়া বৰুৱাই খঙেৰে চিঞৰি উঠিল ।

"তুমি চুপ্ থাকা ।" ৰণচণ্ডী মূৰ্তি ধৰি ক'লে তিৰোতা-জনীয়ে,—"আঁতৰি যাবলৈ ক'বলৈ তুমি কোন ? শতৰুৰ ভয়ত সকলো একেদৰে পলাই আহিছো । ভগনীয়ালৈ ভগনীয়াৰ আকৌ ভয় কিহৰ ?"

আচৰিত ! যি কথা এদিন ভাবিবলৈ সাহস কৰা নাছিল মানুহে, সেই কথা আজি মুখৰ আগত ক'বলৈ সঙ্কোচবোধ নকৰিলে এজনী সামান্য তিৰোতাই !

হেংদানখন খাপৰপৰা খুলি লোৱা ক্ৰোধান্ধ দোলাকাষৰীয়া বৰুৱাক নিৰস্ত কৰিলে স্বৰ্গদেৱে নিজে । সঁচাকৈয়ে মই ভগনীয়া বৰুৱা ! পলৰীয়া ৰজাৰ এই তিৰস্কাৰ প্ৰাপ্য ।



আকৌ আহি কাণত পৰিল ভগা কাঁহত কোবোৱাৰ দৰে দন্দুৰী গাৰঁলীয়া তিৰোতাৰ কণ্ঠস্বৰ । স্বৰ্গদেওক পেংলাই কৰি কৈছে,—"স্বৰ্গদেও ! পোন্ধৰ বছৰে তুমি কি কৰি আছিলা ? অতবছৰে যদি দিব লগা পোন্ধৰ ঠাইত পোন্ধৰ চপৰা মাটি দিলাহেঁতেন আজি তোমাৰ এই দশা হয় কিয় ?"

স্বৰ্গদেওৰ মনৰ ভিতৰত সজোৰে আহি আঘাত কৰিলে কথা কেইষাৰে । বুকুৰ ভিতৰখন মোচৰ খাই উঠিল । সঁচাকৈয়ে অত-বছৰ তেওঁ কি কৰিলে ? ৰাইজৰ কথাতকৈ তেওঁৰ নিজৰ কথা ভাবিলে বেছি । নিজৰ সুখ আৰু শান্তিৰ কথা—

কেঁকোৰা দোলাৰ ভিতৰত মৃতৰ দৰে নিশ্চুপ হৈ বহি থাকিল স্বৰ্গদেও । বুকুৰ কাষত সাৰটি ধৰি অহা চোমদেওলৈ চাই নিজক নিজে ক'লে,—"অসমৰ মানুহে সিহঁতৰ ৰক্ষাৰ ভাৰ মোৰ ওপৰত দি নিশ্চিন্ত হৈ আছিল দেৱতা ! সিহঁতক মই ৰক্ষা কৰিব নোৱাৰিলো মোৰ অদূৰদৰ্শিতাৰ কাৰণে—মোৰ পাপৰ পৰিণামত—"

স্বৰ্গদেও হঠাৎ চিঞৰি উঠিল । পাপ শব্দটোৰ কাষত মনটো ৰৈ গ'ল । চকুৰ পতা হাল ঘনে ঘনে সেমেকি উঠিল । সঁচা কথা—পোন্ধৰ বছৰে মাত্ৰ আমোদ আৰু আহ্লাদৰ কথাই ভবা হ'ল । ভবা হ'ল মাত্ৰ নিজৰ দেহ আৰু মনৰ সুখৰ কথা । পোন্ধৰ বছৰে পোন্ধৰ টুকুৰা ঠাইত পোন্ধৰ চপৰা মাটি দিয়াৰ কথা কোনো দিনেই মনত নপৰিল ।

কিন্তু যি কথা অতবছৰে ডা-ডাঙৰীয়া, আপোনজন কোনেও নক'লে, সেই কথা ক'লে এজনী সামান্য গাৰঁলীয়া তিৰোতাই !

সদুপদেশ দিওতা তিৰোতা গৰাকীৰ মুখখন চাবৰ বৰ মন গ'ল স্বৰ্গদেৱৰ । দোলাৰ জলমৰ ফাকেৰে মানুহজনীৰ গাত চকু থ'লে । এঙাৰৰ দৰে ক'লা এজনী মানুহ । গাত কেতোৰ ক'লা কপাহী বিহা আৰু মেখেলা । হাতে-কান্ধে কেইপদমান লাম-লাকতু ।

কাষে কাষে অহা পুতেকৰ কান্ধৰ ভাৰত আৰি দিছে জকাইখন আৰু পলটো। তাই যেন মাছ মাৰিবলৈহে আহিছে, মোগল সৈন্যৰ ভয়ত পলাই অহা নাই।

মানুহজনীৰ পাছে পাছে আহিছে এজনী গৰ্ভৱতী গাভৰু তিৰোতা। মাজে মাজে তাই বৈ যায়। মুখখন যন্ত্ৰণাত কোছ খুৱাই পেলায়। আকাশখনলৈ ক্ষন্তেক চাই আকৌ খোজকাঢ়িবলৈ আৰম্ভ কৰে। খোজকাঢ়িবলৈ তাই বৰ কষ্ট পাইছে, কিন্তু লগৰীয়াৰ লগ হেৰুৱাই পেলোৱাৰ ভয়ত সোঁতে সোঁতে উটি গৈ থাকিব লগা হৈছে।

কোনোবা এফালৰপৰা স্বৰ্গদেৱৰ কাণত আহি পৰিল অন্য এজনী তিৰোতাৰ মাত,—

"সকলো দোষৰ ভাগী এই 'বৰম্‌বধী' ৰজাটো।—জেশাহুৱে মাতৃয়ে সমান। তেনে মাতৃৰ সৈতে ঘৰ কৰে, এনে মহাপাপী—"

"এইবিলাক সকলো টেঙৰ ৰাজমন্ত্ৰীৰ কাৰচাজি—" অন্য এজনীয়ে ৰজা ঘৰৰ ভিতৰুৱা কথা জনাৰ গৰ্বেৰে ক'লে,—"বৰকুঁৱৰীৰ কেও কিছু নোহোৱা দেখি হাতীমাউতক মৰাই বৰ জীয়েককো ৰজাতে জাপি দিলে। নাতিনীয়েক কলীয়াক মন্ত্ৰীয়ে এতিয়া ৰজা নাপাতে যদি মোৰ নাম সলাই দিবিহঁত—"

"হয়েই দে।" অন্য এজনীয়ে ক'লে,—"অন্যায় আৰু অধৰমৰ বাবেই দেশখনত এনে অপায় অমঙ্গল হৈছে। গছ এদালৰ বাবে ব্ৰহ্মবধ কৰে এনে ৰজা ক'ত দেখিছ? দুখীয়া বামুণটোৰ মানততো গছ এদাল ডাঙৰ হ'বই, সেই বুলি তুমি ধৰ্মৰ অৱতাৰ, সৰগৰ ৰজা হৈ গছদালৰ সৈতে বামুণটোক কাটিবলৈ দিব পোৱানে? এনে অগিয়ানী, অধৰমী, বৰম্‌বধী—"

"বৰম্‌বধীয়েই নহয় অ' পিতৃবধীও।" ৰজা ঘৰৰ ভিতৰুৱা কথা জনা মানুহজনীয়ে ক'লে,—"নৰীয়া ৰজাক বিহ খুৱাইনো মাৰিছিল কোনে?"



"এ মোৰ গোসাঁই! হয় নেকি?" জুমটোৰ মানুহকেইজনী শিঞৰি উঠিল।

মানুহজনী গাভৰু কালত ৰজা ঘৰত লিগিৰী আছিল। সবিয়হ বুঢ়া গোহাঁইৰ নাতিনীয়েক কুকুৰেখোৱা গোহাঁইৰ মৰম পোৱা তিৰোতা। তাই নজনা কথা কি থাকিব পাৰে? গোপন কথা সদৰি কৰাৰ উৎসাহেৰে তাই ক'লে,—

"আৰু নো কি? মহাপাপ ধুবৰ বাবে বৰম্‌বধীয়ে কতনো হোম যজ্ঞ কৰিলে—দৈৱজ্ঞ-বামুণক মাটিবাৰী দান দিলে—আউনি-আটি, দক্ষিণপাট, গড়মূৰ, কমলাবাৰীকৈ কেইখননো সত্ৰ নাপাতিলে! কিন্তু—"

স্বৰ্গদেৱেৰ কেঁকোৰাদোলা আগবাঢ়ি গ'ল। অন্য এঠাইৰ পৰা আকৌ আহি কাণত পৰিল অন্য এজনীৰ মাত—

"চাচোন আইহেঁৰেই, যোৱা কালি বিল মাৰিবলৈ গৈছিলো, এইমান চিতল এটা পালো। পুথি খলিহাকেইটা খাই কুলঠী-গদা গোটেইখিনি তেলত দি থৈ আহিলো, বোলো পুৰা নতুন জী-জোৱাইকে মাতি এসাজ খুৱাম। নৰকী ৰজাৰ কাৰণে তাকো পেলাই থৈ আহিব লগা হ'ল। বুকুখন মোৰ চেংচেঙাই আছে—"

"তোৰ মাছটো থচোন হয়।" অন্য এজনীয়ে ভেকাহি মাৰি উঠি ক'লে,—"মোৰ মুগা সূতাৰ তাঁতখন বাতি কাঢ়িছিলোহে, ৰাচ এছোন ভৰোৱাই নাই, মৰিবলৈ ধৰাটো উধাতু খাই আহি ক'লে,—'তোৰ তাঁত সূত থ! শতুৰু সৈন্য আহি গজপুৰ পালেহি। পলা'।"

"লগত লৈ নাহিলি কিয়?" এজনীয়ে প্ৰশ্ন কৰিলে। শকত আৱত মানুহজনীৰ গুটি আই ওলোৱাৰ চিন থকা ডাঙৰ মুখখনত সমবেদনাৰ চাপ।

"কেনেকৈ আনিব ?" কেনোবা এজনীয়ে পেংলাই কৰি ক'লে,—"গাভিনী হাতীৰ দৰে তাইৰ গাটোৰেই নাহে—"

কেইবাজনী তিৰোতাই হঠাৎ গিৰ্জনি মাৰি হাঁহি উঠিল। ক্ষন্তেকৰ কাৰণে হ'লেও সিহঁতে যেন পাহৰি গ'ল দুৰ্য্যোগৰ কথা,—শত্ৰুৰ ভয়ত সিহঁত পলাই অহাৰ কথা।

"মই কিন্তু লৈ আহিছো আই !" আকৌ অন্য এজনীয়ে ক'লে,—"শতৰুৰ হাতলৈ গ'লেও দেশখন দেশ হৈয়ে থাকিব। দেশৰ মাটিখিনিটো আৰু সিহঁতে কাঢ়ি লৈ যাব নোৱাৰে। কিন্তু পিতায়ে যৌতুকত দিয়া কঠালৰ কাঠৰ কুন্দত কটা তাঁতশালখন কেনেবাকৈ গ'লে মোক কোনে দিব ?" কৈ কৈ পাছে পাছে অহা পুতেকক খৰকৈ আহিবলৈ মানুহজনীয়ে চিঞৰিলে। ভাৰে-ভেটিয়ে কেঁকো জেকোকৈ অহা ল'ৰাটো আগবাঢ়ি অহাৰ চেষ্টা কৰিলে। জোটাজোটকৈ বান্ধি অনা হাঁহকেইটাই হঠাৎ পেক্-পেক্‌কৈ চিঞৰিবলৈ ধৰিলে। সিহঁতৰ অদ্ভুত মাত শুনি কাষে কাষে সৰু ল'ৰা এটাই টানি অনা ছাগলী মখাই ভয় খাই গ'ল। টেটু ফলা বেবনিত সিহঁতে গছৰ পাত সৰুৱাব খুজিলে।

দিহিং নৈৰ পাৰত মানুহবিলাক গৈ বৈ যাব লগা হ'ল। নৈৰ ওপৰত দলং নাই কাৰণে দুখনমান বৰ নাৱেৰে মানুহবিলাকক সিপাৰ কৰাত ব্যস্ত হৈ পৰিছে। ক্ৰমান্বয়ে থুপখাই অহা মানুহৰ চিঞৰ বাখৰেৰে উপচি পৰিল নৈৰ ঘাট।

সেই গৰ্ভৱতী মানুহজনী গড়াটোত আহি হঠাৎ শুই পৰিল। এবাৰ তাই উঠাৰ চেষ্টা কৰি আঁঠু কাঢ়িলে, কিন্তু যন্ত্ৰণাত অস্থিৰ হৈ হঠাৎ ভৰি দুটা গাৰ দুই কাষলৈ জোৰ কৰি মেলি দিলে। গড়াটোৰ সেইফালে মানুহ নাই। সকলো পাৰ হোৱাৰ আশাত



পানী যুঁৰলিত গোট খাইছে। হঠাৎ মানুহজনী ভাদৈ পোহাৰীৰ চকুত পৰিল। হাত আৰু মূৰৰ বোজা সোপা লৰালৰিকৈ মাটিত নমাই থৈ কোনেও বুজি পোৱাৰ আগতেই মানুহজনীৰ কাষলৈ তাই দৌৰি গ'ল। লৰালৰিকৈ নিজৰ গাৰ ৰিহাখন খুলি নৈৰ পাৰত জুম বন্ধা মানুহবিলাকৰপৰা মানুহজনীক আঁৰ কৰি ধৰিলে আৰু কাৰোবাৰ সহায় বিচাৰি চিঞৰিলে,—"বেগতে আহাহঁত ! এইজনীৰ সময় হৈছে—ধৰাহি—"

টোপাকাড় যোৱাদি মীৰজুমলা গৈ গড়গাওঁ পালেগৈ।

দেৱৰো দুৰ্গম স্বৰ্গদেৱৰ ৰাজকাৰেঙত বাহৰ পাতি বহিল। গড়গাওঁ চহৰৰ ভিতৰে বাহিৰে হেজাৰ বিজাৰ যৱন সৈন্যই দেও দি ফুৰিবলৈ ধৰিলে।

বৰচ'ৰাৰ মুখত সকলো সৈন্যক একগোট কৰি নবাব মীৰজুমলাই ক'লে,—"বন্ধুসকল ! আমাৰ এই অভিযান পোনতে বৰ সঙ্কটজনক যেন লাগিছিল। কিন্তু খোদাতালাৰ দোৱাত শত্ৰু সৈন্যক হটাই আমি গড়গাওঁ অধিকাৰ কৰিলো।—" মোগল সৈন্যৰ কিৰীলিত বৃদ্ধ মীৰজু-মলাৰ মিহিমাত তল পৰি গ'ল। মীৰজুমলাই দৃঢ়স্বৰেৰে পুনৰ হুকুম জাৰি কৰিলে,—

"অসমীয়া সৈন্য আৰু বিষয়াহঁতক এই ঘোষণা শুনাই দিয়াহক ; যি আমাৰ লগ ল'ব তেওঁলোকৰ সকলো দোষ মাফ কৰি ডাঙৰ বিষয়বাব দিয়া হ'ব।" মীৰজুমলা ৰ'ল আৰু পুনৰ ক'লে,—"কলি-য়াবৰ, লখৌ, দেৰগাওঁ, গজপুৰ, চিনাতলী, চাৰিং, শিলপানী আৰু চৰাইদেওত আমাৰ পাটছাহী থানা পতা হৈছে। আজি দিনটো গড়গাৱঁত জিৰণি লৈ ভাগে ভাগে সকলো সৈন্য নিজৰ নিজৰ থানালৈ যাবগৈ। হুছিয়াৰ হৈ থাকিব—"

সৈন্যবিলাক হৈচৈ কৰি আঁতৰি যাবৰ কাৰণে থিয় হৈছিল, দিলীৰখাঁৰ মাত শুনি বৈ গ'ল। নবাব মীৰজুমলাৰ কাণে কাণে কিবা কৈ সকলোৰে শুনাকৈ তেওঁ ক'লে,—"আজি আমাৰ বিজয়ৰ চিনস্বৰূপে মিলাদ-ঈ-মেহফিলৰ ব্যৱস্থা কৰা হৈছে। সৈন্য, সেনাপতি সকলোকে উপস্থিত থাকিবৰ বাবে—"

সৈন্যবিলাকৰ অট্টহাস্যত গগণ বিদীৰ্ণ হ'ল। হিলদল ভাঙি সিহঁত আঁতৰি গ'ল। উচ্চপদস্থ মনচবদাৰকেইজনমানৰ সৈতে হাঁহি হাঁহি মীৰজুমলাই গড়গাওঁ নগৰ তহলি চাই ফুৰিবলৈ ধৰিলে। এসময়ত হঠাৎ কিবা মনত পৰাৰ দৰে সাধাৰণতেই বৰ গম্ভীৰ মীৰজুমলাই পাতলকৈ দিলীৰখাঁক সুধিলে,—

"তোমাৰ খানা এতিয়া আমাক কিহেৰে খুৱাবা দিলীৰখাঁ ?"

"পোলাও, কোৰ্মা, কবাব—"

"আ-হা-হা—" মীৰজুমলাই বৰ তৃপ্তিৰে উচ্চাৰণ কৰিলে,—"তুমি মোৰ শুকান জিভালৈ পানী আনি দিলা দিলীৰখাঁ! কিন্তু গুৰিদাঁত নোহোৱা এই বুঢ়াই—"

"তাৰবাবে চিন্তা নকৰিব নবাব চাহাব! চহৰখনত ঘূৰি ফুৰা গৰাকীহীন গৰু-ছাগলী, হাঁহ-কুকুৰাৰে আমাৰ সৈন্যদলৰ কেইবাটাও দিনৰ খোৰাক হ'ব। আজিৰ সাজত তাৰে এশটা হালাল কৰা হৈছে।"

"বৰ ভাল কথা—" মীৰজুমলাই সন্তুষ্টিৰ হাঁহি মাৰিলে।

মনচবদাৰ মনছুৰখাঁই আহি চেলাম ঠুকিলে আৰু ক'লে,—"পুখুৰী কিছুমানৰপৰা আমাৰ সৈন্যই অসংখ্য বস্তু উদ্ধাৰ কৰিছে নবাব চাহাব!"

"হয় নেকি ?" মীৰজুমলা উৎসাহিত হৈ উঠিল। দিলীৰখাঁক ক'লে,—"ব'লা দিলীৰখাঁ, আমি এতিয়া সেইফালৈকে যাওঁ—" কৈ কৈ আগুৱাই যাব খোজা মীৰজুমলাক বাধা দি দিলীৰখাঁই ক'লে,—



"নবাব চাহাব! অসমৰ ৰজা আৰু উজীৰহঁত উঠি ফুৰা অসংখ্য দোলা এনেয়ে পৰি আছে—আমি—"

"নিশ্চয় নিশ্চয় দিলীৰখাঁ!" মীৰজুমলাই আনন্দেৰে ক'লে,—"মচ্‌নদেই যেতিয়া আমাৰ হাতলৈ আহিল, দোলা কিয় সিংহাখনো এতিয়া আমাৰ হ'ল। অৱশ্যে মই দোলাতকৈ হাতীত উঠিবলৈ বেছি ভাল পাওঁ। ঠিক আছে দোলা এখন আনিবলৈ কোৱা—এবাৰ উঠি চোৱা যাওক—"

বৰপুখুৰীৰ পাৰত মীৰজুমলা দোলাৰপৰা নামিল। সৈন্য কিছুমানে পুখুৰীৰ পানীৰপৰা হিলৈ আৰু অন্যান্য বস্তু উঠোৱাত ব্যস্ত হৈ আছিল। মীৰজুমলাই অলপ সময় চাই থাকি ক'লে,—"সকলো বস্তু আমাৰ পাটছাহী ভঁৰালত মজুত ৰখাবা।"

ফিৰোজখাঁই সম্মতি জনালে। তেওঁৰ আদেশত সৈন্যবোৰ নতুনকৈ তৎপৰ হৈ উঠিল।

"খাদ্যবস্তু ?" মীৰজুমলাই থোৰতে কৈ উত্তৰৰ কাৰণে একাষত বৈ থকা মনচবদাৰ মনছুৰখাঁৰ মুখলৈ চালে।—

"এতিয়ালৈকে তিনিকুৰি পোন্ধৰটা ভঁৰাল আমাৰ হাতলৈ আহিছে নবাব চাহাব! প্ৰতিটো ভঁৰালত এহেজাৰৰপৰা দহহেজাৰ মোন-মানকৈ শস্য আছে।"

"চাব্বাচ!"

"তেনেকুৱা কেইবাশও ভঁৰাল অসমীয়াহঁতে পুৰি থৈ গ'ল। নহ'লে এবছৰলৈ আমাৰ খাদ্যৰ চিন্তা নাছিল।"

"যি নহওক—" মীৰজুমলাই কিবা এটা চিন্তা কৰি ক'লে,—"সৈন্যবিলাকক কৈ দিয়া দিলীৰখাঁ! ধন, সোণ যি লুট কৰি পায়, সকলো সিহঁতৰ নিজৰ। বেচেৰাহঁতে যথেষ্ট কষ্ট কৰিছে—"

"আমাৰ হুকুমলৈ সিহঁতে বাটেই চোৱা নাই যেন পাও নবাব চাহাব !" দিলীৰখাঁই হাঁহি হাঁহি ক'লে। মীৰজুমলায়ো হাঁহিত যোগ দিলে আৰু ক'লে,—"অসম এতিয়া পাটছাহৰ বাজ হ'ল। গড়গাৱঁৰ নবাব হ'ল স্বয়ং মাজুমখাঁ। গতিকে আমাৰ লগত অনা টাকশালত পাটছাহৰ নামেৰে মোহৰ মাৰিবলৈ তুমি আদেশ দিয়া।"

"যি হুকুম নবাব চাহাব !" দিলীৰখাঁই সন্মতি জনালে।

বহুত সৈন্যই ধৰাধৰিকৈ কিবা এটা প্ৰকাণ্ড বস্তু পুখুৰীৰ পানীৰপৰা তোলাৰ চেষ্টা কৰাৰ চিঞৰৰ বাখৰত সকলোৰে চকু পুখুৰীৰ পানীলৈ গ'ল।

"এটা প্ৰকাণ্ড বৰহিলৈ নবাব চাহাব !" মনছুৰখাঁই ক'লে।

"ইয়ে আল্লা ! ইমান মস্ত ??"

"ইয়াত তিনি মোন ওজনৰ গুলি খাব নবাব চাহাব !"

"খোদা !" মীৰজুমলাই অবাক হৈ উচ্চাৰণ কৰিলে আৰু দিলীৰখাঁক ক'লে,—"অসমীয়াহঁত যুঁজৰ বাবে সাজু নাছিল বুলি তুমি কোৱা কথা আকৌ এবাৰ মিছা বুলি প্ৰমাণ হ'ল দিলীৰখাঁ !"

"অৱশ্যে নবাব চাহাব ! সিহঁতৰ আহিলা পাতি সকলো মজুত আছিল হয়, কিন্তু যুঁজিবলৈ হয়তো সৈন্য নাছিল—"

"ওহো, তোমাৰ সেইটো অনুমানো সঁচা নহ'ল। শিমলুগড়ৰ যুঁজত সিহঁতে কেইবা হাজাৰো সৈন্য নমাইছিল।"

"সংখ্যা বেছি হ'লে কি হ'ব নবাব চাহাব !" ফিৰোজখাঁই ক'লে,—"সিহঁতৰ ঘৰুৱা কন্দল আৰু সেনাপতিকেইজনৰ মাজত মনোমালিন্যই সকলো অনিষ্টৰ মূল—"

"তুমি ঠিক ধৰিছা ফিৰোজখাঁ ! আচল কাৰণ সেইটোহে।" কৈ কৈ মীৰজুমলাই মনছুৰখাঁক সুধিলে,—"আমাৰ হাতত পৰা আহিলা পাতিৰ হিচাব জানো ৰখাইছা ?"

"ৰিচলদাৰক মই ৰখাবলৈ কৈছো নবাব চাহাব !"



মনছুৰখাঁই পুখুৰীৰ পাৰত বৈ থকা ৰিচলদাৰ নিয়ামতউল্লাক মাতি গোলা-বাৰুদ আদিৰ হিচাব দিবলৈ ক'লে।

"এতিয়ালৈকে আমাৰ হাতত পৰা বস্তুৰ ভিতৰত আছে—" তুলাপাত এখন চাই চাই ৰিচলদাৰে ক'লে,—"১০৪৩টা গাঠিয়াজুমুৰী, ১২০০ টা বাম-চাঙ্গী, ৬০৭০ টা পাখৰকলাই, বাৰুদ ৩৪০ মোন, বাৰুদৰ পেৰা ১৯৬০ টা, ঢাল ৭৮২৪ খন। যথাৰ, গন্ধক, সীহ আদি আছেই। আৰু আছে তিনি চাৰি কুৰি মানুহ একেলগে উঠিব পৰা কেইবাকুৰিও নাওঁ। ইয়াৰ উপৰিও ১৭৩টা খাদ্যবস্তুৰ ভঁৰাল—"

"অন্যান্য সা-সম্পত্তি ?—"

"সোণৰ মাইহাং, বাতি, লোটা, ভোগজৰা, তাওকিন, হীৰা-বাখৰ পতোৱা ফাঁকেৰে হেংদান, সোণেৰে বন্ধোৱা ধোঁৱাখোৱা, ৰূপৰ সাঁফৰ মৰা চিলিম, সোণ-ৰূপৰ বনকৰা নলিচা, সোণত হীৰাবাখৰ পতোৱা চূণৰ টেমি, সোণৰ কটাৰী আদি—সোণ-ৰূপৰ অলঙ্কাৰ, কাঁহ, পিতল, তামৰ কাঁহী, বাতি, বাচন-বৰ্তন, মুগা, পাত, মেজাঙ্কৰীৰ বিবিধ ধৰণৰ কাপোৰ আদি অগণন।"

"মূল্যবান আৰু আপুৰুগীয়া বস্তু পাটছাহলৈ আমি লৈ যাব লাগিব দিলীৰখাঁ !" মীৰজুমলাই একান্তমনে শুনি থাকি ক'লে।

"মই পাহৰা নাই নবাব চাহাব ! আপোনাৰ কাৰণেও—"

"মোৰ কাৰণে ?" মীৰজুমলা যেন আকাশৰপৰা পৰিল—"তুমি মোক সোণ-ৰূপ, হীৰা, জহৰতৰ কি লোভ দেখুৱাবা দিলীৰখাঁ।"

দিলীৰখাঁই লাজ পালে সচা কথা, নবাব মীৰজুমলাক হীৰা-জহৰতৰ লোভ দেখুৱাবলৈ যোৱাটো বুজ্‌ৰুকি। গোলকুণ্ডাৰ চুলতানৰ উজীৰ মীৰজুমলাই ভ্ৰাতৃবিৰোধৰ সময়ত ওঁঠৰ মোন হীৰা আৰু অলেখ হাতী-ঘোৰা-সৈন্য দি চাহজাদা ঔৰঙ্গজীৱক সহায় কৰিছিল। তেওঁৰ বুদ্ধি পৰামৰ্শৰ বলতেই চামুগড়, ধৰ্মত আৰু খাজুৱাৰ

বণত ঔৰঙ্গজীৱে দাৰাচুহ আৰু ছাহচুজাক পৰাস্ত কৰিলে। সম্রাট ছাজাহানৰ সেই পৃথিৱী বিখ্যাত কোহিনুৰ হীৰা আছিল নবাব মীৰজুমলাৰেই উপহাৰ। মীৰজুমলাৰ প্ৰতাপ আৰু প্ৰতিপত্তি দেখি গোলকুণ্ডাৰ চুলতানৰ দৰেই পাটছাহ ঔৰঙ্গজীৱো আজি থৰহৰি কম্পমান। এনেহেন মীৰজুমলাক—

মীৰজুমলাৰ মাত শুনিলে দিলীৰখাঁই,—

"মোৰ লোভ লাগিছে সোণেৰে বন্ধোৱা ধোঁৱাখোৱাটোলৈহে। ৰূপৰ সাঁফৰ মৰা চিলিমটো সোণ-ৰূপৰে বনকৰা নলিচাদালৰ সৈতে বাৰু তুমি মোক দিবা। অসমৰ ৰজাৰ সিংহাসনত বহি গুড়গুড়িত ধপাত হুপিবলৈ মোৰ বৰ মন গৈছে।" মীৰজুমলাৰ লগতে আমোদ পাই দিলীৰখাঁই হাঁহিবলৈ ধৰিলে। হাঁহি সামৰি দিলীৰখাঁই ক'লে,—

"ছৰন্দাজখাঁ উজবেকে মোক আহি কৈছে নবাব চাহাব! আৰবী বেপাৰীৰ মুখে আমি শুনা মিছৰৰ পিৰামিডৰ দৰে অসমৰ ৰজাই বোলে মৃতকক কবৰ দিয়ে। চৰাইদেও নামৰ পাহাৰত এই কবৰবিলাক আছে। মৃতকে তেওঁৰ জীৱিত কালত ব্যৱহাৰ কৰা সকলো বস্তু কবৰত থোৱা হয়। শ শ মোন সোণ, ৰূপ, হীৰা, জহৰত এই কবৰবিলাকত পোঁত খাই আছে।"

"তুমি দেখোন আৰব্য উপন্যাসৰ আলিবাবা হোৱাদি হ'লা দিলীৰখাঁ?" মীৰজুমলাই ক'লে,—"সৈন্যবিলাকক সোনকালে উলিয়াই আনিবলৈ হুকুম দিয়া। হীৰা, জহৰতবিলাক মিছাকৈ মাটিৰ তলত পেলাই থৈ লাভ কি?"

"নিশ্চয় নবাব চাহাব!" দিলীৰখাঁই ক'লে,—"কিন্তু এই মৈদামবিলাকলৈ সোমোৱাৰ বাট আমাৰ সৈন্যই প্ৰথমে বিচাৰি পোৱা নাছিল। অৱশ্যে মই হাতীৰে হাতী ধৰাৰ দৰে লোভ দেখুৱাই অসমীয়াহঁতৰ হতুৱাই গোপন বাটৰ সম্ভেদ উলিয়াইছো—"



"আঁয়ে দেহি!" মীৰজুমলাই পুতৌ কৰাৰ সুৰত ক'লে,—"মানুহৰ চৰিত্ৰৰ অধঃপতন কেনেকৈ হয় লক্ষ্য কৰিছা দিলীৰখাঁ?"

ৰছিদখাঁ ইমান পৰে নাছিল। এতিয়া কোনোবা ফালৰপৰা আহি মীৰজুমলাক চেলাম ঠুকিলে। মীৰজুমলাই তেওঁৰ মুখলৈ চাই সুধিলে,—"তুমি ইমান পৰে ক'ত আছিলা ৰছিদখাঁ? আমোদৰ প্ৰকৃত সময়তেই দেখোন তোমাক দেখা নাপালো?"

"নবাব চাহাব!" ৰছিদখাঁই ক'লে,—"অসমৰ বুঢ়া গোহাঁই আৰু ৰাজমন্ত্ৰী ফুকনে পঠোৱা কটকীৰ লগত মই নাওঁশাল চাবলৈ গৈছিলো। চয়াল মুদৈ নামৰ সেই কটকীটো মোৰ লগত আছিল বিৰাট বিৰাট একোখন নাওঁ—"

"মোল্লাৰ দৌৰ দেখিছা দিলীৰখাঁ?" মীৰজুমলাই হাঁহি হাঁহি ক'লে।

"হয় নবাব চাহাব! নৌ বিখ্যাত পাৰ্গত ৰছিদখাঁ মোল্লা মাত্ৰ নাওঁশাল মচ্‌জিদলৈহে দৌৰে—"

"তাৰ পিছত কি হ'ল ৰছিদখাঁ?"

"তাৰ পিছত নবাব চাহাব, হঠাৎ নাওঁশালত জুই জ্বলি উঠিল। চাৰিওফালৰ পৰা জুয়ে আমাক বেৰি ধৰিলে।"

"খোদা! নাওঁশালত আকৌ জুই জ্বলিল কেনেকৈ?"

"ময়ো প্ৰথমে ধৰিবপৰা নাছিলো নবাব চাহাব! কিন্তু দেখো হাৰামজাদা চয়াল মুদৈ নাওঁশাল এৰি দৌৰি পলাইছে।"

"তাক ধৰি—"

"ধৰিলো নবাব চাহাব! কিন্তু সি—"

"তাক নেৰিবা ৰছিদখাঁ! মোৰ প্ৰথমৰেপৰা তাৰ ওপৰত সন্দেহ হৈছে। বাহুলী ফুকনক আমাৰ ফলীয়া কৰিম বুলি কৈ মিছায়ে সি—"

"তাক ইতিমধ্যে খতমেই কৰা হ'ল নবাব চাহাব!"

"বৰ ভাল কৰিলা ।" মীৰজুমলাই বৰ সন্তোষ পোৱাৰ সুৰত ক'লে,—"আমাৰ হানি কৰিবলৈ বিচৰা অসমীয়াহঁতে এতিয়া ভয় খাব—"

মীৰজুমলাই তেওঁৰ শুকুলা গোঁফকোঁছাত বাওঁহাতৰ তলুৰা-খনেৰে তাও দি দি চাৰিওফালে চালে । পুখুৰীটোৰ পাৰে পাৰে শাৰী শাৰী হৈ থকা এজাৰ, সোণাৰু আৰু নাহৰ গছবিলাক ৰমক জমককৈ ফুলি আছে । সেউজীয়া হাঁবি বনৰ মাজে মাজে ৰঙবিৰঙৰ বনৰীয়া ফুল । আম গছবিলাকে মলিয়াইছে । কঠালে মুচি পেলাইছে । গাঢ় নীল আকাশৰ গাত এফালে লাগি আছে সেউজীয়া পাহাৰৰ ওপৰত দূৰণিৰ হিমালয়ৰ শুকুলা শৃঙ্গ ।

চাৰিওফালে চকু ফুৰাই মীৰজুমলাই ক'লে,—"আমি আহি আহি বেহেস্ত পালোহি যেন লাগিছে দিলীৰখাঁ !"

দিলীৰখাঁই কিবা ক'বলৈ পোৱাৰ আগতেই মীৰজুমলাই পুনৰ ক'লে,—"আমাৰ লগত অহা কবি দুজনক অসমৰ এই প্ৰকৃতিৰ সৌন্দৰ্য্য বিচাৰি শায়েৰ লিখিবলৈ আমি ক'ব পাৰো দিলীৰখাঁ ! আমাৰ বিজয়ৰ বতৰাও তেওঁলোকে লিপিবদ্ধ কৰি থওক—"

দিলীৰখাঁই নিবৰে সন্মতি জনালে । মীৰজুমলাই হঠাৎ আকৌ ক'লে,—

"আজি সন্ধ্যা তেন্তে আমাৰ এই বিজয় অভিযান উদ্‌যাপনৰ হকে নাচ গানৰ মজলিছৰে আয়োজন কৰা হওক । কি কোৱা ?"

নাচ গান !! মীৰজুমলাৰ মুখত এই আচহুৱা শব্দ দুটা শুনি ৰছিদখাঁৰ লগতে সকলো যেন উচপ্ খাই উঠিল । দিলীৰখাঁই লৰালৰিকৈ সুধিলে,—"কিন্তু নাচনী ক'ত পোৱা যাব নবাব চাহাব ?"

"তুমি ভয় নকৰিবা দিলীৰখাঁ—" মীৰজুমলাই অন্যফালে মুখ ঘূৰাই যাবলৈ সাজু হৈ ক'লে,—"নাচনীৰ যোগাৰ কৰাৰ ভাৰ



মই ৰছিদখাঁৰ ওপৰত দিম । তেৱেঁই তাৰ বাবে উপযুক্ত লোক ।"

মনচবদাৰ ৰছিদখাঁৰ মুখখন হঠাৎ ভয়ত বিবৰ্ণ হৈ পৰিল ।

নবাব মীৰজুমলাই দেখা অসমৰ প্ৰকৃতিৰ সেই সৌন্দৰ্য্য কিন্তু বেছি দিন নাথাকিল । বসন্তকাল শেষ হ'বলৈ নৌপাওতে বৰ্ষা আৰম্ভ হ'ল । কিবা এক আক্ৰোশ আৰু অভিমানত আকাশখন হুৰহুৰকৈ পৃথিৱীৰ ওপৰত যেন ভাঙি পৰিব খুজিলে । দিনে ৰাতিয়ে নেৰা নেপেৰাকৈ বৰষুণ দিও আকাশৰ হেপাহ নপলোৱা হ'ল । এনেহেন লাগিল মেঘনাদৰ দৰে অসমীয়া সৈন্যই ছদ্মবেশ ধাৰণ কৰি মেঘৰ আঁৰৰপৰা যুদ্ধ কৰাত লাগিল। নৈ, বিল, খাল, ডোং সকলো দুদিনতে একাকাৰ হৈ উঠিল । দিহিং, দিচাং, দিখৌ আদি সকলো নৈ ফেনে-ফোটোকাৰ ওফন্দি পৰি পাৰ ঢৌৱাই পেলালে । লুইতে বিশাল আৰু ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে । চাৰিওফালে পানী আৰু পানী । বাটপথ চিনিব নোৱাৰা হ'ল । এদিন যি ঠাই শুকান আৰু ওখ বুলি মোগল সৈন্যই ছাউনি পাতিছিল তাত এবুকু এডিঙি পানী হ'ল । চাৰিওফালৰপৰা পানীয়ে বেৰি ধৰাত সৈন্যবিলাক ছাউনিৰপৰা ওলাব সোমাব নোৱাৰা হৈ পৰিল । শত্ৰু সৈন্যৰ হৈ বানপানীয়েই যেন সিহঁতক নজৰ বন্দী কৰি থ'লে । দিনে দিনে খাদ্যবস্তু টুটি আহিল । আহাৰ যোগানৰ অন্য কোনো উপায় নথকাত সিহঁতৰ একমাত্ৰ ভৰসা হ'ল লগত থকা উট আৰু ঘোঁৰাৰ মঙহ ।

পৰাজিত অসমীয়া সৈন্যৰ দলে যেন ইয়ালৈকে বাটচাই আছিল । যি কোনো মুহূৰ্তত অতৰ্কিতে সিহঁতে শত্ৰু সৈন্যৰ ছাউনি আক্ৰমণ কৰিবলৈ ধৰিলে । বৰষুণ, বানপানী, খাদ্যৰ অভাৱত বিমূঢ় হৈ থকা মোগল সৈন্য ব্যতিব্যস্ত হৈ উঠিল । নবাব মীৰজুমলাই চকুৰে সৰিয়হ ফুল দেখিবলৈ ধৰিলে । গড়গাৱঁৰপৰা মথুৰাপুৰলৈ গৈ তেওঁ বাহৰ পাতি ৰ'ল । অস্ত্ৰ-শস্ত্ৰ সকলো থাকিল গড়গাৱঁত, লখৌত থাকিল

নাও-নাওবা। কাৰো লগত কাৰো সম্বন্ধ নাই। কাৰো খবৰ কোনেও নাজানে।

"দিলীৰখাঁ ?" জুমজুমকৈ পৰি থকা বৰষুণজাককৈ চাই চাই মীৰজুমলাই দিলীৰখাঁক মাতিলে। সন্ধিয়াতে মাজনিশাৰ ঘোপমৰা এন্ধাৰ নামিছে পৃথিৱীলৈ। প্ৰলয়ঙ্কৰী ধুমুহা-বৰষুণৰ শব্দ শুনি শুনি নবাব মাজুমখাঁৰ মন চাটি ধৰিছে বিষাদ আৰু হতাশাই।

"নবাব চাহাব !" দিলীৰখাঁৰ চিন্তান্বিত কণ্ঠস্বৰ শুনানুশুনাকৈ আহি কাণত পৰিল মীৰজুমলাৰ।

"এতিয়া উপায় ?"

কেইবাটাও মুহূৰ্ত দিলীৰখাঁ নিমাতে থাকিল। কি উত্তৰ দিব যেন ভাবি পোৱা নাই। এসময়ত ক'লে,—

"উপায় মই একো পোৱা নাই নবাব চাহাব ! আমাৰ সৈন্যই একেবাৰে যুদ্ধ কৰিবপৰা নাই। সৈন্যবিলাক নিজৰ নিজৰ ছাউনিত বন্দী হৈ আছে। খাদ্যৰ অভাৱত লগত থকা ঘোঁৰা আৰু উটবিলাক খাই কোনোমতে সিহঁত জীয়াই আছে। যুঁজ নকৰাকৈয়ে সিহঁতৰ সংখ্যা দিনে দিনে কমি যাব লাগিছে।"

"আমাৰ থানাবিলাক ?"

"গড়গাওঁ আৰু মথুৰাপুৰৰ বাহিৰে আমাৰ লগত সকলোৰে যোগাযোগ বন্ধ নবাব চাহাব ! তেওঁলোকৰ অৱস্থা কি হৈছে একমাত্ৰ খোদায়েই জানে। হয়তো দুই এদিনৰ ভিতৰতে গড়গাওঁৰ লগতো আমাৰ সম্বন্ধ ছিন্ন হ'ব। বানপানীৰ সুযোগ লৈ অসমীয়া সৈন্যই আমাক চাৰিওফালৰপৰা ঘেৰি ধৰাৰ চেষ্টা কৰি আছে। যাকে য'তে পায় তাকে কাটে নাইবা গাত জুই লগাই এৰি দিয়ে। মৃতদেহেৰে উপচি পৰিছে দিখৌ নৈৰ পানী—"

দিলীৰখাঁ অলপ ৰ'ল আৰু পুনৰ ক'লে,—"দুখন এখনকৈ আমাৰ হাতৰপৰা সিহঁতে ঠাই অধিকাৰ কৰি নিছে নবাব চাহাব ! কালি দুখন সোণৰূপেৰে ভৰা নাওঁ কাঢ়ি নিলে। নাৱৰীয়াকেইটাক কাটিলে। কেইটামান সৈন্যৰ হাত ভৰিত খেৰ বান্ধি জুই লগাই এৰি দিলে। যন্ত্ৰণাত সিহঁতে—"

"আমাৰ সৈন্যই—"

"আমাৰ সৈন্যই ছাউনিৰপৰা ওলাবলৈকে ভয় কৰা হৈছে নবাব চাহাব ! যুঁজ কৰাৰ সমূলি সুযোগ সুবিধা নাই। বিনা যুদ্ধে নিহত হোৱাৰ ভয়ত সিহঁত আগবাঢ়ি নাযায়। মৃত্যুতকৈও ভয় হৈছে সিহঁতৰ আমৰণ শাস্তিলৈ। অসহ্য আৰু অভাৱনীয় শাস্তি দি কোঁঠলৈ খেদি পঠিওৱা সৈন্যৰ মৰণ কাতৰ চিঞৰত সিহঁত আতঙ্কিত হৈ উঠিছে—"

দিলীৰখাঁৰ কথা শুনি শুনি নবাব মীৰজুমলা বিৰক্ত আৰু অসন্তুষ্ট হৈ উঠিল। ক'লে,—"কিন্তু বিপদলৈ ভয় কৰি যুঁজ নকৰাকৈয়ে জীয়াই জীয়াই বন্দী হৈ এনেকৈ জানো আমি মৰি যাব পাৰো দিলীৰখাঁ ? হেৰোৱা থানা আমি উদ্ধাৰ কৰিবই লাগিব। বিৰূপ প্ৰকৃতি আৰু শত্ৰু সৈন্যৰ তৎপৰতাৰ কথা তুমি যিমানেই নকখানা আমাৰ সৈন্য আৰু সেনাপতিহঁতৰ গাফিলতিও কম নহয়। সিহঁতৰ অকৰ্মণ্যতাও আমাৰ এই অৱস্থাৰ বাবে দায়ী।"

মীৰজুমলাৰ খং উঠা দেখি দিলীৰখাঁ মনে মনে থাকিল।

চপ্ চপ্কৈ পৰি থকা বৰষুণজাক কেইমুহূৰ্তমানৰ বাবে এৰিছিল, পুনৰ কলহৰ কাণে ঢলাদি হৰহৰকৈ পৰিবলৈ ধৰিলে। নিৰুপায় খং আৰু বিৰক্তিত জ্বলিপকি তামিঘৰাৰ ভিতৰত ঘূৰি ফুৰিবলৈ ধৰিলে নবাব মীৰজুমলা। এটা যেন বুঢ়া বাঘ, নিষ্ঠুৰা প্ৰকৃতিয়ে পতা ফান্দত বন্দী হৈ পৰিছে।

মীৰজুমলাৰ অন্যমনস্কতাৰ সুযোগলৈ নিমাতে দিলীৰখাঁ আঁতৰি গ'ল।

"নবাব চাহাব!" মানুহৰ মাত শুনি দুৱাৰমুখলৈ উভতি চালে মীৰজুমলাই। মনচবদাৰ ছৰন্দাজখাঁ উজবেক তামিঘৰাৰ দুৱাৰমুখত থিয় হৈ আছে! বৰষুণত তিতি জুৰুলি-জুপুৰি হৈছে ছৰন্দাজখাঁ।

"কি হৈছে ছৰন্দাজখাঁ? কি হৈছে??" ব্যস্তভাৱে মীৰজুমলা নতুন খবৰ শুনিবলৈ আগবাঢ়ি আহিল।

"শত্রু সৈন্যই গজপুৰ অধিকাৰ কৰিলে নবাব চাহাব!"

"তোমালোকে কি কৰি আছা?" বুঢ়া বাঘৰ দৰে হোক হোকাই উঠিল মীৰজুমলাই। উত্তপ্ত স্বৰেৰে হুকুম জাৰি কৰিলে,—"এই মুহূৰ্ততে তুমি সৈন্য সামন্তলৈ গজপুৰলৈ যাত্রা কৰা। এতিয়াই—"

প্রচণ্ড শব্দ কৰি হোৱা বিজুলী ঢেৰেকনিৰ শব্দত মীৰজুমলাৰ মাত বন্ধ হৈ গ'ল।

মীৰজুমলাৰ মাততকৈও বাহিৰত প্রচণ্ড বেগেৰে পৰিবলৈ আৰম্ভ কৰা বৰষুণজাকৰ শব্দ ভয়লগাকৈ আহি কাণত পৰিল ছৰন্দাজখাঁৰ। এই দোপালপিটা বৰষুণত, ৰাতিৰ এন্ধাৰত যুঁজ কৰিবলৈ যোৱাটো—। কিন্তু মীৰজুমলাৰ মুখৰ আগত থিয় হৈ 'নোৱাৰো' শব্দ উচ্চাৰণ কৰে কাৰসাধ্য? নিৰৱে ছৰন্দাজখাঁই হুকুম মনাৰ ইঙ্গিত দি কুৰ্ণিচ কৰিলে।

বৰষুণ ফালি ওলাই যাব খোজা ছৰন্দাজখাঁক মাতি আকৌ ক'লে মীৰজুমলাই—"মনচবদাৰ মহম্মদ মুৰাদ নাৰেৰে গৈ তোমাৰ লগ লাগিবগৈ! তুমি আগবাঢ়ি যোৱা—"

ছৰন্দাজখাঁই সম্মতিসূচক ভঙ্গীৰে আকৌ এবাৰ কুৰ্ণিচ কৰিলে আৰু ওলাই গ'ল।

ৰাতিৰ ভিতৰতে ছৰন্দাজখাঁ উজবেগ টিয়ক পালেগৈ। চাৰিও-ফালে দুকুলটকা পানী। ইপিনে ঘোপ মৰা এন্ধাৰ। বাটা-পথ চিনিব নোৱাৰি টিয়কতে শিবিৰ পাতি ৰ'ল!



শেষ নিশা। নাওঁ-নাওৱাৰে সৈতে মহম্মদ মুৰাদ গৈ পাই দেখিলে ছৰন্দাজখাঁ মদৰ ৰাগীত মচগুল।

"কৰিছা কি ভাইচাহাব!" আচৰিত হৈ মুৰাদে ক'লে,—"ইয়াত এনেকৈ থাকিলে—"

"ইয়াত নাথাকি ক'লৈ যাম?" ছৰন্দাজখাঁই কোনোমতে ওঁঠ দুখন ল'ৰাই সুধিলে আৰু অস্পষ্ট স্বৰেৰে বিৰবিৰকৈ বকিলে,—"ছৰন্দাজখাঁ অসম এৰি কলৈকো নাযায় ভাই চাহাব! সি ইয়াতেই থাকিব, ইয়াতেই মৰিব।"

মহম্মদ মুৰাদ বিৰক্ত হৈ উঠিল। সুধিলে,—"কিয় গজপুৰলৈ—"

"গজপুৰলৈ??" ছৰন্দাজখাঁই পৰম বিতৃষ্ণাৰে উচ্চাৰণ কৰিলে আৰু পানপাত্ৰৰপৰা ঘোঁট্ ঘোঁট্ কৈ চৰাব পি খঙেৰে ক'লে,—"তোমাৰ মীৰজুমলা নবাবক কৈ দিয়াগৈ মহম্মদ! তেওঁ নিজে আহি যুঁজ কৰক। হুকুম তামিল কৰিবলৈ ছৰন্দাজখাঁ কাৰো নিকিনা গোলাম নহয়—"

"ছি ছি ভাই চাহাব!" মহম্মদ মুৰাদে তিৰস্কাৰ কৰিলে ছৰন্দাজখাঁক—"মনচবদাৰ এজন হৈ তুমি ইমান দায়িত্বহীন—"

"চুপ ৰও কুৰ্তাকা বাচ্ছা।" বাঘৰ দৰে হঠাৎ গুজৰি উঠিল ছৰন্দাজখাঁই। চৰাবৰ পাত্ৰটো প্রচণ্ড শব্দ কৰি মাটিত বগৰাই দি টলি টলি থিয় হ'ল আৰু দাঁত কৰচি মহম্মদ মুৰাদক সুধিলে,—"হুকুম দিবলৈ তুমি কোন?"

অপমানত ৰঙা হৈ উঠিল মহম্মদ মুৰাদ। অদ্ভুত খঙেৰে কাষ চাপি অহা ছৰন্দাজখাঁক মাটিত বগৰাই পেলাই ছাউনিৰপৰা বেগেৰে ওলাই গ'ল।

পিছদিনা ৰাতিপুৱা।

বুঢ়া গোহাঁই ডাঙৰীয়াই স্বৰ্গদেৱলৈ বাৰ্তা পঠালে,—"স্বৰ্গদেও! শতৰুৰ সৈতে প্রাণ-পণে আমি যুঁজি আছো। সুবিধা পালেই দগা

দি কাটি সিহঁতক অতিষ্ঠ কৰি তোলা হৈছে। ছাউনিৰ বাহিৰ ওলাবলৈকে এতিয়া সিহঁতে ভয় কৰে। মোগল থানাবিলাক আমাৰ সৈন্যই দিনৰ পিছত দিন বেৰি ধৰি থকাৰ কাৰণে খাদ্যৰ অভাৱতেই তাত থকা শ শ মোগল সৈন্য মৰিবলৈ আৰম্ভ কৰিছে। মৃতদেহেৰে উপচিপৰা বিষাক্ত পানী খাই বাচি থকা সৈন্যবিলাকো জহনী বেমাৰত মৰিছে।

যোৱা নিশা মোগল সেনাপতি মহম্মদ মুৰাদ গছপুৰলৈ নাৰেৰে আগুৱাই আহিছিল। মোমাই তামুলী বৰবৰুৱাৰ পুতেক লাচিত ডেকাই কেইটামান সৈন্যৰে বাটতে অতর্কিতে আক্রমণ কৰিলে। যুঁজৰ সা-সজুঁলি সকলো কাঢ়িলৈ মানুহজাকক দকচি কাটি গজপুৰ অধিকাৰ কৰিলে। তেওঁৰ সাহস আৰু বীৰত্বত হতাশ হৈ পৰা অসমৰ সৈন্যই প্ৰাণ পাই যেন জী উঠিছে। আশা হৈছে এনেকৈ যুঁজি থাকিলে কেইদিনমানৰ ভিতৰতে মোগলে পাতি লোৱা সকলো থানা আমি উদ্ধাৰ কৰিব পাৰিম।

কিন্তু স্বৰ্গদেও! বৰবৰুৱাৰ ঘৰৰ বাহুলী ফুকনৰ কাৰণেহে আমাৰ বৰ চিন্তা হৈছে! ফুটুকা তলিত তেওঁ নিজৰ ইচ্ছামতে ঘাটি পাতি আছেগৈ। তেওঁ কি কৰিছে একমাত্ৰ তেৰেইহে জানে। বকতাত থকা পৰ্বতীয়া ফুকনৰ পৰাও আমি কেইবাদিনো বতৰা পোৱা নাই। তেওঁলোকৰ বিষয়ে বুজ লোৱাৰ ব্যৱস্থা কৰা হৈছে—কিন্তু—”

স্বৰ্গদেৱে তুৰন্তে ফুকন দুজনলৈ আদেশ দি কটকী পঠালে,— “দুইজন ফুকনে বুঢ়া গোহাঁই ডাঙৰীয়াৰ আদেশ স্বৰ্গদেৱৰ আদেশ বুলিয়েই মানিব। ডাঙৰীয়াৰ বুদ্ধি পৰামৰ্শ নোলোৱাকৈ তেওঁলোকে যেন যুঁজ নকৰে।”

ৰাতিৰ ভিতৰতে স্বৰ্গদেৱৰ বিশেষ কটকী মাধৱচৰণ বৰুৱা ফুটুকাতলি পালেগৈ।



কেইবা দিনো নেৰা নেপেৰাকৈ পৰি আছিল বৰষুণজাক। পৰিয়েই আছিল।

কোনোবা দিনা অলপ সময়ৰ বাবে এৰিব খোজে। লগে লগে কিন্তু পূৰ্ণোদ্যমে পুনৰ বৰষিবলৈ আৰম্ভ কৰে। এজনী যেন পেনেৰী ছোৱালী আকাশখন। কাৰো বুজনি মনা নাই; উপদেশ আৰু আদেশলৈ কাণ দিয়া নাই।

কলহৰ কাণে ঢালি ঢালি হঠাৎ এদিন ৰৈ গ’ল বৰষুণজাক। মেঘৰ আঁৰৰপৰা ভয়ে ভয়ে বেলিটোৱে জুমি চালে পৃথিৱীলৈ। বহুত দিনৰ পিছত দেখা প্ৰেয়সী পৃথিৱীৰ অভিমান ভৰা মুখমণ্ডলত চকু থৈ লাজ লাজ কৰি হাঁহিলে যেন বেলিটোৱে।

নেওঠনিৰ মাতৰ দৰে কৰ্কশ বৰষুণৰ মাত শুনি শুনি নিৰুপায় ক্ৰোধত গুজৰি গুমৰি মৰিব খুজিছিল মোগল সৈন্যৰ দলটো। বৰষুণ এবাৰ লগে লগে আকাশখনৰ মুখলৈ মূৰ দাঙি চালে। সিহঁতৰ অসহায়, করুণ দৃষ্টিত ফুটি উঠিল পৃথিৱীত আৰু কেইটামান দিন জীয়াই থকাৰ দুৰ্বাৰ বাসনা।

গড়গাওঁ আৰু মথুৰাপুৰৰ বাহিৰে মোগলৰ সকলো কোঁঠ পানীৰ মাজত। পৰুৱাৰ জাকৰ দৰে একে ঠাইতে থুপ খাই আছে জাক জাক সৈন্য।

মথুৰাপুৰত আছে স্বয়ং নবাব মাজুমখাঁ। বকতাত দহ হাজাৰী মনচবদাৰ দিলীৰখাঁ দাউদজা। গড়গাৱঁত আছে ৰছিদখাঁ আৰু মীৰ মুৰ্তাজা। গোলা-বাৰুদ আৰু খাদ্যৰ ভঁৰাল আছে গড়গাৱঁত। কিন্তু সৰবৰাহ কৰাৰ উপায় নাই। বৰষুণ আৰু বানপানীৰ বাধাৰ মাজেৰে থানাবিলাকলৈ পঠোৱা প্ৰয়োজনীয় সামগ্ৰী খাপ দি থকা শত্ৰু সৈন্যই লুট কৰি নিয়ে। নাৰৰীয়াহঁতক দিয়ে অমানুষিক শাস্তি। পেটত হাত ভৰি লুকুৱা সেই শাস্তিৰ ভয়ত ইঠাইৰপৰা সিঠাইলৈ যাব কোনো সন্মত নহয়।

গড়গাৱঁত অসমীয়া সৈন্যৰ সেনাপতি চাৰিং ৰজা চকৰা। মোগল কোঁঠত সঘনে আক্ৰমণ কৰি থাকি তেওঁ শত্ৰু পক্ষৰ বিস্তৰ ক্ষতি সাধন কৰিছে। দিখৌ মুখৰ কোঁঠত থকা লাচিত ডেকাৰ প্ৰচণ্ড বিক্ৰমত মোগল থানাদাৰ আদমখাঁই চকুৰে ধোৱাঁ কোৰা দেখিব লাগিছে। কেইবা দিনো হ'ল চাৰিওফালৰপৰা কোঁঠটো তেওঁ বেৰি ধৰি আছে। খাদ্যৰ অভাৱত ক্ৰমাৎ সৈন্যৰ সংখ্যা টুটি গৈছে। দুই এদিনৰ ভিতৰতে থানাখন এৰি দিবলৈ বাধ্য হ'ব।

কিন্তু দিখৌমুখ নহয়, গড়গাওঁ। গড়গাওঁ উদ্ধাৰ কৰাই অসমীয়া সৈন্যৰ সৰ্বপ্ৰধান লক্ষ্য আছিল। গড়গাৱঁতেই শত্ৰুপক্ষৰ সৰহীয়া সৈন্য আছে। ৰাজকাৰেং বাদেই, চহৰৰ ডা-ডাঙৰীয়া সকলোৰে থকা ঘৰত সিহঁতে বিনা কষ্টে বাহৰ পাতিছে। অসমীয়াৰ মৰমৰ গড়গাওঁ নগৰত বহি, দেৱৰো দুৰ্গম কাৰেংঘৰৰ ভিতৰত টিঘিলঘিলাই ফুৰিছে মোগল সৈন্যৰ জাকে।

মনচবদাৰ ৰছিদখাঁ যেন গড়গাৱঁৰ থানাদাৰ নহয়, অসমৰ ৰজাহে। মোগল পাটছাহৰ হেৰেমৰ দৰে নবাব মাজুমখাঁই পাতি লৈছে জেনানা মহল। থুপ খাই আছে এজাক বেগম, বান্দী আৰু বাঈজী। প্ৰতিটো সন্ধিয়া নহবৎখানাত বহে মেহ্‌ফিল। বাঈজীৰ ঘুংগৰুৰ শব্দৰ তালে তালে ছাৰেঙ্গীত চলে ৰাগৰ তানানা। মনৰ আনন্দত ঢোকে ঢোকে চৰাব খাই মছগুল হৈ উঠে ৰছিদখাঁ। ভয় কৰিবলৈ নাই নবাব মাজুমখাঁ। শাসন কৰিবলৈ নাই দিলীৰখাঁ। এনে সুবৰ্ণ সুযোগতেই যদি স্ফূৰ্তি কৰি লোৱা নাযায়, কেতিয়া কৰিব? কোনে জানে কোন সময়ত নবাব মীৰজুমলাৰ পৰৱানা আহে? ৰাতিৰ ভিতৰতে কোন কলৈ যাব লগা হয়—

সন্ধ্যা হোৱাৰ লগে লগেই নহবৎখানাত আৰম্ভ হয় মজলিছ। মখমলৰ ৰঙীন দলিচাৰ ওপৰত বৰগাৰুত আউজি সোণৰ বন কৰা গুড়গুড়িত ওঠ থৈ একাষত বহি থকা গুলছন আৰা বেগমৰ মুখলৈ



চাই ৰছিদখাঁই। অন্যটো কাষত নাচিবলৈ সাজু হৈ থাকে মীৰজুমলাৰ মজলিছখানাৰ বাঈজী ফৰিদা। সম্মুখত বহি মীৰজুমলাৰ মৰমৰ কবি মোল্লা দৰবেছে গজল আৰু শায়েৰ মাতি শুনায়। বুজি পাওক বা নাপাওক প্ৰতিটো শাৰী শেষ হোৱাৰ পাছে পাছে পাক্কা ছমজ্‌দাৰৰ দৰে বাহ্‌ বাহ্‌কৈ তাৰিফ কৰি হাঁহি উঠে ৰছিদখাঁই।

মাজে মাজে আহি বহে মোগল সৈন্যদলৰ লগত অহা ওলন্দাজ ঐতিহাসিক মেনুচী। ভাগ্যৰ তাড়নাত সাত সাগৰ তেৰ নদী পাৰ হৈ কুৰি বছৰীয়া ডেকা মেনুচী ওলাইছেহি হিন্দুস্থানত। পৃথিৱীৰ এচুকত থকা মানুহৰ খবৰ বিলাবলৈ অন্যটো চুকলৈ!

ৰছিদখাঁৰ ইঙ্গিতত গুলছন আৰাই নিজৰ হাতেৰে পান-পাত্ৰ ওঁঠত তুলি দিয়ে ৰছিদখাঁৰ। লগে লগে বৃদ্ধ কবি মোল্লা দৰবেছে শায়েৰ মাতে,—

"এ মুস্কৰাতী হুয়ে চিজ, মুস্কৰাকে মিলা
নশা সৰাবকি মিখদাৰ পৰ নেহী মামুদ
সৰাব কম হোয়েতো চাকী নজৰ্‌ মিলাকৰ পিলা।"

'নিচা যদি কম হৈছে, কাষত থকা প্ৰেয়সীৰ চকুত চকু থোৱা বন্ধু! চৰাবৰ কামেই হ'ল মছগুল কৰি তোলা। মছগুল হৈ পৰা।'

গুলছন আৰাই অভিমান কৰাৰ ভঙ্গিমাৰে হাতৰ পান-পাত্ৰ নমাই থ'লে আৰু অন্যফালে মুখ কৰিলে। লগে লগে মোল্লা দৰবেছে আওৱালে,—

"য়হতো নহীঁ কি তুম্‌সে জহাঁমে হসিন নহীঁ,
ইস্‌ দিল্‌কা ক্যা কঁৰু কি ৰহলতা কঁহা নহীঁ।"

'দুনিয়াত তোমাতকৈ আৰু যেছি সুন্দৰী নাই বুলি ভাবিছা কিয়? মোৰ মনটো আনৰ কাষলৈ নাযায় বুলিহে। পাগল মন দিনে নিশাই তোমাৰ কাষতেই পৰি থাকে, বুজালেও নুবুজে।'

কৃত্রিম খঙেৰে কৰিব চকুত চকু থাপিলে গুলছন আৰাই। লগে লগে আঁতৰাই নি এচুকত আমনজিমনকৈ বহি থকা মেহুচীৰ গাত চকু থ'লে। চকুৰ ঠাৱৰলৈ লক্ষ্য কৰি দৰবেছে ক'লে,—

"ইস্ চাঁদগীপে কৌন না মৰ যায়ে য়্যে খোদা!
লড়তে হ্যায় ঔৰ হাথ্‌মে তলোৱাৰভি নঁহী।"

'এওৰ বীৰত্ব দেখি মোৰ মৰি যাবৰ মন গৈছে খোদা! হাতত তৰোৱাল নাই কিন্তু বুকুত কেনেকৈ ঘনে ঘনে আঘাত কৰিছে!'

চৰাবৰ বাগীত ঢলি পৰিব খোজা ৰছিদখাঁ হঠাৎ সচেতন হৈ পৰে। খিল খিলকৈ হাঁহি দিয়ে গুলছন আৰা বেগমে। লগে লগে ৰছিদখাঁয়ো। বিস্ময়ত হতবাক হৈ থৰ হৈ চাই থাকে মেহুচীয়ে।

শায়েৰ শেষ হৈ আৰম্ভ হয় নাচ। ফৰিদা বিবিয়ে পখিলা এটাৰ দৰে নাচি নাচি ইটো ফুলৰপৰা সিটো ফুললৈ যেন অহা-যোৱা কৰিবলৈ ধৰিলে। নাচৰ তাল ক্ষিপ্রৰপৰা ক্ষিপ্রতৰ হৈ উঠিল। কিন্তু হঠাৎ মনচবদাৰ মীৰ মুৰ্তাজা সোমাই অহাত হেৰাই গ'ল নাচৰ তাল! কোনোমতে চকু হাল মেলাৰ চেষ্টা কৰি বিৰক্তি আৰু অসন্তুষ্টিৰে সুধিলে ৰছিদখাঁই—"কি হৈছে?"

"নবাব চাহাবৰ হুকুমৎনামা—"

খঙত যেন চকুহালৰপৰা জুকুৰা জুই ওলাই আহিল ৰছিদখাঁৰ। মাত্র হুকুম আৰু হুকুম! ৰছিদখাঁ যেন নবাব মীৰজুমলাৰ গোলাম। গোঙোৰামুৰাকৈ সুধিলে,—"কিহৰ হুকুম?"

"ফৰমান আহিছে পাটছাহৰ—"

পাটছাহ শব্দটো শুনাৰ লগে লগে নিচা যেন এৰাই গ'ল ৰছিদখাঁৰ। চৰাবৰ ৰসেৰে তিতি থকা ওঁঠ দুখন ভয়ত যেন ক্ষন্তেকতে শুকাই যাব খুজিলে। আগবঢ়াই দিয়া তুলাপাতখন হাতত ল'ব খুজি ক'লে,—"পঢ়াচোন পঢ়া—পঢ়ি শুনোৱা।"



"শুনাবলৈ আছে কি খাঁ চাহেব—পাটছাহে মনচবদাৰ ৰছিদখাঁক গুৱাহাটীৰ চুবাদাৰ মকৰল কৰিছে।"

"চুবাদাৰ?" ৰছিদখাঁ যেন আকাশৰপৰা পৰিল। এতিয়াও তেন্তে ৰছিদখাঁই অসম নামৰ এই অভিশপ্ত দেশখনতে থাকিব লাগিব? আগ্রালৈ উভতি যোৱাৰ বাট চিৰদিনৰ বাবে বন্ধ হৈ গৈছে?

"নহয় নহয় মুৰ্তাজা, নবাব মীৰজুমলাক কৈ দিয়া ৰছিদখাঁই—"

"নবাব চাহাবক তুমি নিজে গৈ কোৱা ভাই চাহাব! জৰুৰী কামত এতিয়াই তোমাক তেওঁ মাতি পঠাইছে। দিলীৰখাঁ চাহাবকো নিজৰ থানা এৰি মথুৰাপুৰলৈ অহাৰ হুকুম দিছে।"

"কিয়?" অসহ্য খঙত যেন পাগল হৈ যাব খুজিলে ৰছিদখাঁ। কিন্তু উপায় আছে কি? নবাব মাজুমখাঁৰ হুকুম অমান্য কৰাৰ দৰে ৰছিদখাঁৰ সাহস ক'ত?

টলি টলি থিয় হ'ল ৰছিদখাঁ আৰু সকলোলৈ চাই ক'লে,— "মেহফিল চলি থাকক!" গুলছন আৰাৰ ওঁঠৰ ওচৰলৈ ওঁঠ নি ফুচ-ফুচাই ক'লে,—"ম্যয় জল্‌দি ৱাপস্ আজাউংগা জানে মন, তুম খুচীসে ৰহো।" মীৰ মুৰ্তাজাৰ ফালে চাই ক'লে,—"বেগমক তোমাৰ হাতত চমজাই গ'লো ভাইজান! চম্ভালো।"

ৰছিদখাঁৰ পাছে পাছে মোল্লা দৰবেছ আৰু মেহুচী ওলাই গ'ল। গড়গাৱঁৰপৰা তেওঁলোকো যাব মথুৰাপুৰলৈ।

ৰছিদখাঁ যোৱাৰ পিছত নহবৎখানা যেন নতুনকৈ চৰাবখানাত পৰিণত হ'ল। বাঈজীৰ নাচ পুনৰ আৰম্ভ হ'ল। মোল্লা দৰবেছ আৰু মেহুচীৰ ঠাইত আহি বহিল ইস্মাইলখাঁ আৰু আছৰফ্‌খাঁ। যি চৰবৎ হাতীৰ কাৰণে তৈয়াৰ কৰা হৈছিল তাক এতিয়া পৰুৱাই খাবলৈ আৰম্ভ কৰিলে।

গুলছন আৰা উঠি যাব খুজিছিল। মীৰ মুৰ্তাজাই আগ ভেটি ধৰি ক'লে,—"ৰছিদখাঁই তোমাক মোৰ কাষত চমজাই দি গৈছে বেগম চাহেবা—মৎ যাও—"

হঠাৎ কৰ কৰ শব্দ কৰি যেন কৰবাত বজ্ৰপাত পৰিল। লগে লগে আৰম্ভ হ'ল মুচলধাৰে বৃষ্টি। বৰষুণ আৰু গাজনিৰ শব্দ চেৰ পেলাই হঠাৎ আৰম্ভ হ'ল হিলৈৰ শব্দ। নাচ বন্ধ হৈ গ'ল। উধাতু খাই সোমাই অহা ইব্ৰাহিমখাঁক ব্যগ্ৰভাৱে সুধিলে মীৰ মুৰ্তাজাই—"কি হৈছে ইব্ৰাহিম? কিহৰ হাল্লা?"

"কাফেৰৰ দল কোঁঠৰ ভিতৰ সোমাইছে—"

"কাফেৰ??" মীৰ মুৰ্তাজা যেন থৰ থৰ কৈ ভয়ত কঁপি উঠিল। ইমান দিনে ৰছিদখাঁৰ তলত থাকিয়েই তেওঁ যুঁজ কৰিছিল। এতিয়া কি কৰিব যেন হঠাৎ ভাবি নাপালে। হাতত খোলা তৰোৱাল লৈ ইস্মাইলখাঁ আৰু আছৰফ্‌খাঁ বেগেৰে ওলাই যোৱাতহে তেওঁৰ ধাৰণা হ'ল যুঁজ কৰিব লাগে। যুঁজ—"

মেঘৰ গাজনিৰ লগে লগে তৰোৱালৰ লগত তৰোৱালৰ ঘহনি খাই হোৱা শব্দ ভাহি আহিল। লগে লগে মানুহৰ মৰণ-কাতৰ আৰ্তনাদ। কোঁঠৰ ভিতৰত হৈ চৈ লাগিল। এন্ধাৰত শত্ৰু-মিত্ৰ চিনিব নোৱাৰি সৈন্যবিলাকে নিজে নিজৰ মানুহক কাটিবলৈ ধৰিলে।

নহবৎখানাৰপৰা ওলাই আহি গুলছন আৰা বেগম জেনানা-মহলৰ ফালে আগবাঢ়ি গৈছিল। পাছে পাছে বান্দীজনী। কেইখোজমান যোৱাৰ পাছতেই আৰম্ভ হ'ল হুলস্থুল। ডঁৰিকা তুৱাৰৰ ফালৰপৰা কোনোবা এজাকে যেন অন্য এজাকক খেদি আনিছে। কি হৈছে বুজাৰ আগতেই হুলস্থুলটো কেইবা ফালেও বিয়পি গ'ল। জেনানা মহলৰ ফালৰপৰা তুপ তুপকৈ দৌৰি অহা মানুহৰ ভৰিৰ শব্দৰ লগে লগে শুনা গ'ল তৰোৱালে তৰোৱালে ঘহনি খোৱাৰ শব্দ।

"বেগম চাহেবা!" কাষে কাষে অহা বান্দীজনীয়ে ভয়াৰ্ত স্বৰেৰে উচ্চাৰণ কৰিলে। গুলছন আৰাই ফিৰা এটা ক'ৰ



খুজিছিল, কিন্তু তাৰ আগতেই নহবৎখানাৰ ফালে মুখ কৰি তাই দৌৰ মাৰিলে। কেইটামান মুহূৰ্ত বিমূঢ় হৈ থাকি গুলছন আৰাও সেই ফাললৈকে যাব খুজিছিল, কিন্তু সেই ফালৰপৰা দৌৰি অহা কোনোবা এটাই অদ্ভুত চিৎকাৰ কৰি আহি কেই-হাতমান দূৰত পৰি গ'ল। তাৰ মৰণ-কাতৰ আৰ্তনাদে এন্ধাৰ ৰাতিৰ নিস্তব্ধতা ভঙ্গ কৰিলে। লগে লগে বৰ বাটবৰৰ ফালে মুখ কৰি কোবেৰে যাবলৈ ধৰিলে গুলছন। সেই ফালেৰে ঘূৰি গ'লে জেনানা মহল পোৱাৰ আগতেই পাব ৰছিদখাঁৰ আস্তানা। অদূৰত বৰ তুৱাৰ। সন্মুখত তোপখানা। সেইফালেই আছে খাদ্যৰ ভঁৰাল আৰু পহৰাদাৰ সৈন্য থকা কেইশাৰীমান তামিঘৰা।

নিৰাপদ ঠাই বিচাৰি বিচাৰি গৈ এসময়ত কোঁঠৰ দক্ষিণ সীমাৰ কাষ পালেগৈ গুলছন। কাঠৰ গোঁজ পুতি দিয়া বেৰাৰ কাষে কাষে আগবাঢ়ি গৈ থাকি পালেগৈ ডঁৰিকা তুৱাৰৰ মুখ। আচৰিত কথা অনবৰত বন্ধ হৈ থকা তুৱাৰখন তেতিয়া মেল খাই আছে। ওচৰে-পাজৰে কোনো নাই। পহৰাদাৰ সৈন্যৰ জাক হয়তো কোঁঠৰ ভিতৰত হোৱা হুলস্থুলৰ মাজত সোমাই পৰিছে।

ভৰিত থকা ঘুংগৰুদালৰ ঝুনঝুননিৰ শব্দ বৰকৈ নহ'বৰ বাবে খুপি খুপি তুৱাৰৰ বাহিৰ ওলাই গ'ল গুলছন আৰা। বাটে বাটে নগৈ কাষৰপৰা আৰম্ভ হোৱা নাহৰ আৰু গুলচ ফুলবিলাকৰ মাজেৰে গৈ থাকিল।

অলপ দূৰ যোৱাৰ পাছতেই অনুভৱ কৰিলে গুলছন আৰাই, কোনোবাই যেন তেওঁক অনুসৰণ কৰিছে। কি কৰিব ভাবি পোৱাৰ আগতেই কঠিন কণ্ঠেৰে কোনোবা এটাই সুধিলে,—"কোন?"

"মই—মই—" ঠোঁটা-মোজা লগাই গুলছন আৰাই উচ্চাৰণ কৰিলে। তিৰোতা মানুহৰ মাত শুনি হয়তো আচৰিত হৈ গ'ল

মানুহটো। কাষ চাপি আহি মুখৰ আগত থিয় হৈ গুলছন আবাৰ মুখলৈ সি জুমি চালে। এন্ধাৰতো ধৰিব পাৰিলে গুলছনে—সি এটা অসমীয়া সৈন্য। গাত এঙাচোলা। হাতত নবাদা।

গুলছন আবাই তাক কাকুতি কৰিলে,—"মোক ৰক্ষা কৰা ভাই—ৰক্ষা কৰা—"

ঠিক সেই সময়তেই হঠাৎ অদূৰত থকা খেৰীঘৰ কেইটামানত দপ্ দপ্ কৈ জুই জ্বলি উঠিল। জুইৰ পোহৰত সৈন্যটোৱে গুলছন আবাৰ মুখখন এবাৰ ভালদৰে চাই ল'লে আৰু খাপৰ ভিতৰত নবাদাখন সুমাই থৈ ক'লে,—"মোৰ লগত আহা!"

প্ৰকাণ্ড প্ৰকাণ্ড শিৰীষ আৰু চেগুন গছবিলাকৰ ফালে মুখ কৰি সৈন্যটোৰ পাছে পাছে গুলছন আবা গৈ থাকিল। অলপ সময়ৰ পাছতে গড়গাওঁ নগৰৰ দক্ষিণ কোণৰ গড় পালেগৈ। গড়খাৰৈৰ অন্যটো পাৰৰপৰা আৰম্ভ হৈছে কেইবা হালিচা মাটিত থকা চোমনি ডৰা। তাৰপাছত তামোল-পাণ, গছ-গছনিৰে ভৰা বাৰী, আগত আৰু পাছত শাৰী শাৰী মানুহৰ ঘৰ। মোগল সৈন্যৰ ভয়ত চহৰ এৰি পলাই যোৱা বাবে খালি হৈ পৰি আছে ঘৰবিলাক। জুই জ্বলিলে নিজৰ সুবিধা হ'ব বুলি তাৰে কিছুমানত অসমীয়া সৈন্যই জুই জ্বলাই দিছে। কিন্তু সিহঁতৰ সেই অদূৰদৰ্শিতা আছিল আত্মঘাতী। ইমান পৰে শত্ৰু-মিত্ৰ চিনিব নোৱাৰি মোগল সৈন্যই নিজৰ ভিতৰত কটা মৰা কৰি মৰিছিল। এতিয়া সুচল পাই প্ৰাণ-পণে যুঁজিবলৈ ধৰিলে।

গড়ৰ শেষ সীমাত আহি গুলছন আবা আৰু সৈন্যটো ৰৈ গ'ল। এক মুহূৰ্ত থমকি ৰৈ গড়ৰ ওপৰৰপৰা গড়খাৰৈৰ ভিতৰলৈ চুচৰি নামি গ'ল সৈন্যটো। মানুহ তল যোৱা গড়খাৰৈৰ ভিতৰৰ পৰা দুই হাত মেলি দি ক'লে,—"মই ধৰিম—আহা—"



কেইটান মুহূৰ্তৰ ভিতৰতে নিজক প্ৰস্তুত কৰিলে গুলছন আবাই। গড়খাৰৈৰ ভিতৰলৈ নামি যাব খুজি সৈন্যটোৰ গাত চকু থ'লে। গড়ৰ ওপৰৰপৰা হাউলি পৰি হাত দুখন মেলি দিব খুজি হঠাৎ ৰৈ গ'ল গুলছন আবা। তিৰোতাৰ কোমল মঙহৰ সংস্পৰ্শত সৈন্যটোৰ দুচকুত জ্বলি উঠিছে কামনাৰ উগ্ৰ জুই। ইমান পৰে চতুৰালি কৰি সি তাইক তাৰ নিৰাপদ ঠাইলৈহে বাট দেখুৱাই লৈ আহিছে।

বুজি পোৱাৰ লগে লগে কোঁচ খাই গ'ল গুলছন আবা। লগে লগে গড়খাৰৈৰপৰা উঠি খেদি অহা সৈন্যটোৰপৰা নিজক বচাবলৈ গছনিডৰাৰ মাজেৰে দৌৰিবলৈ আৰম্ভ কৰিলে। ঝুনঝুনকৈ বাজি যোৱা ঘুংগৰুৰ শব্দৰ লগে লগে শুকান পাতৰ মচমচনি প্ৰতিধ্বনিত হৈ উঠিল চৌদিশে। মাত্ৰ কেইটামান মুহূৰ্ত। বৰ দুৱাৰৰ কাষ পাইছিলহি হয়তো গুলছন আবা। ক্ষিপ্ৰ গতিৰে পাছে পাছে দৌৰি অহা সৈন্যটোৱে ধৰি পেলালে। লগে লগে কোনোবা এটাৰ কঠিন কণ্ঠস্বৰ শুনা গ'ল,—"দেবেৰা!"

সৈন্যটো থমকি ৰ'ল। পাছফালৰপৰা সাবটি ধৰা গুলছন আবাক এৰি দি সি উভতি চালে। লগে লগে ভয়ত তাৰ মুখখন বিৱৰ্ণ হৈ পৰিল। হাতত খোলা হেংদান লৈ একাষত থিয় হৈ আছে চাৰিংৰজা চকৰাৰ ভায়েক উদয় গোহাঁই। গড়গাওঁ আক্ৰমণ কৰিবলৈ অহা অসমীয়া সৈন্যদলৰ পালি সেনাপতি উদয় গোহাঁই কোঁঠৰ ভিতৰত হোৱা তয়াময়া ৰণত থিৰেৰে ৰ'ব নোৱাৰি ভাগি আহিছে।

গড়গাৱঁৰ প্ৰতিখন দুৱাৰৰ কাষত একোজন শইকীয়াৰ তলত থোৱা হৈছিল একোজাক সৈন্য। নিৰ্দেশ দি থোৱা আছিল চেগ চাই ভিতৰ সোমোৱা সৈন্যদলক সিহঁতে সহায় কৰিব। বৰ-দুৱাৰৰ কাষত আছিল দক্ষিণপতীয়া দেবেৰা শইকীয়া! যুঁজ এৰি

নাচনীৰ পাছত দৌৰা দেখি উদয় গোহাঁই প্ৰচণ্ড খঙত জ্বলি উঠিল। উদয় গোহাঁইৰ আদেশত মুহূৰ্ততে লগত অহা সেন্যকেইটাই দেবেৰাক বন্দী কৰিলে আৰু যি দৰে আহিছিল সেই দৰেই সিহঁত হিলদল ভাঙি আঁতৰি গ'ল ।

সেইদিনাৰ সেই কথা গোটেই জীৱন দেবেৰাই পাহৰা নাছিল।

উদয় গোহঁয়ে বন্দী কৰি নি চাওদাঙৰ হাতত গটাই দিছিল দেবেৰাক। লেখি লেখি দেড়কুৰি চমতাৰ কোব লগাইছিল পিঠিত। পিঠি ফাটি ছিৰাছিৰ হৈছিল দেবেৰাৰ—টোপ টোপকৈ পৰিছিল তেজ ।

এক অদ্ভুত আক্ৰোশত ফোঁচ-ফোঁচ কৰি উঠিছিল দেবেৰা শইকীয়াই ! ককালত কোব পৰা ফেঁটি সাপৰ দৰে উদয় গোহাঁইক খুটিবলৈ নোপোৱাৰ আক্ৰোশত গোটেই ৰাতি সি ছটফট কৰি কটাইছিল ।

সেইদিনাই নহয়, বহুত ৰাতি—উজাগৰে আছিল দেবেৰা ! নিৰুপায় ক্ৰোধত ফুলি ফুলি উঠিছিল ।

বহুত দিনৰ পিছত । উদয় গোহাঁই যিদিনা উদয়াদিত্য সিংহহৈ অসমৰ সিংহাসনত বহিছিল, দেবেৰা শইকীয়াৰ পিঠিৰ শুকাব খোজা ঘাঁবিলাক নতুনকৈ যেন জ্বলি উঠিছিল । কটাঘাঁত চেঙাতেল দিয়াৰ দৰে সেইদিনাও সি ছটফটাই মৰিছিল । মনে মনে নিজক নিজে কৈছিল, 'ভেকুলী নহয়, মই সাপ । ফেঁটী সাপ উদয় গোহাঁইক খুটিবলৈ নোপোৱালৈকে মোৰ শান্তি নহয়। ফেঁটী সাপে তাৰ ককালৰ কোব আজিও পাহৰা নাই । সাৱধান !'

কিন্তু সেইয়া আছিল বহুত দিনৰ পিছৰ কথা । চাৰিং ৰজা চকৰা, চক্ৰধ্বজসিংহ হোৱাৰো বহুত পিছৰ কথা । তাৰ আগতেই গুলছন আৰাৰ কথা কৈ ল'ব লাগিব । গুলছন আৰা বেগমৰ কথা ।



দেবেৰা শইকীয়াক বন্দী কৰি লৈ উদয় গোহাঁইৰ সৈন্যদল হিলদল ভাঙি আঁতৰি যোৱাৰ পিছত কেইবাটাও মুহূৰ্ত থৰ হৈ আছিল গুলছন আৰা বেগম । জেনানা মহলৰ অন্ধকাৰৰ মাজৰ পৰা ওলাই আহি প্ৰথম দেখা পৃথিৱীৰ ৰূপৰ পোহৰে চকু ছাৎ মাৰি ধৰিব খুজিলে । কি কৰিব আৰু কোনফালে যাব ধৰিব পৰা নাছিল অলপ সময় । যেতিয়া শুনিলে কোঁঠৰ ভিতৰে-বাহিৰে তেতিয়াও লাগি থকা প্ৰচণ্ড যুঁজৰ শব্দ, মনলৈ আহিল প্ৰাণ লৈ পলাই সৰাৰ কথা ।

চোমনিঙৰা এৰিয়েই আছিল বহল পথাৰখন । ডাঙৰ বড়িয়া এটাই পথাৰখনৰ দুইটা মূৰত থকা গাওঁকেইখন লগ লগাইছে । বড়িয়াটোৰেদি আগলৈ গৈ থাকি পথাৰখনৰ মাজ পালেগৈ গুলছন আৰা । সঁজাত বন্দী হৈ থকা চৰাইৰ দৰে বহুত দিন বন্দী হৈ আছিল চিকাৰীৰ হাতত । সিহঁতৰ ইচ্ছা আৰু অনিচ্ছাৰ দাস হৈ জীয়াই আছিল । জীৱনৰ মোহত । জীয়াই থকাৰ দুৰ্বাৰ আকাঙ্ক্ষাত। এতিয়া মুক্ত হ'ল ।

যিমানেই আগবাঢ়ি গ'ল, অৱশ হৈ আহিবলৈ ধৰিলে গুলছন আৰা । পথাৰখনৰ যেন শেষ নাই । পৃথিৱীৰ এটা মূৰৰপৰা আৰম্ভ কৰিছে যেন অন্যটো মূৰলৈ যাত্ৰা ।

এসময়ত চকা-মকাকৈ দেখা গ'ল শাৰী শাৰী মানুহৰ ঘৰ । সৈন্য নহয়, মানুহ । সমাজ পাতি, গাওঁ পাতি বাস কৰা মানুহ। ৰজা আৰু ৰাজনীতিৰ যাৰ প্ৰয়োজন নাই। মাত্ৰ খোৱা আৰু জীয়াই থকাৰ চিন্তাই যাৰ একমাত্ৰ জীৱনৰ দুশ্চিন্তা ।

গাওঁখনৰ কাষ চপাৰ আগতেই বহি পৰিল গুলছন আৰা । তাৰপিছত আৰু কি হ'ল ক'ব নোৱাৰে । চেতনা যেতিয়া পালে পোহৰেৰে উপচি পৰিছে পৃথিৱী ।

অবাক বিস্ময়েৰে পৃথিৱীৰ চাৰিওফালে চকু থ'লে গুলছন আবাই। পৃথিৱীত যে ইমান পোহৰ আজিও আছে ধৰিব পৰা নাছিল। মাত্র তিনিটা মাহত পৃথিৱীৰ সকলো সলনি হ'ল—মানুহৰ জীৱন, এখন দেশৰ বুৰঞ্জী। কিন্তু আজিও দিনৰ পাছত ৰাতি হয়। বেলিটো আছে আগৰ দৰেই। তিনি মাহৰ আগতে পুৱা যিদৰে পূব আকাশত ভুমুকি মাৰিছিল, সন্ধ্যা পাটত ডুবিছিল, আজিও উদয় হয়, ডুবে।

গুলছন আবাই দেখিলে নিচেই কাষতে মানুহেৰে ভৰপূৰ এখন গাওঁ। বড়িয়াটোৰ মুখে মুখে থকা এটা আহল বহল বাটচ'ৰাৰ পৰা আৰম্ভ হোৱা দীঘল বাটটো শেষ হৈছেগৈ এটা ডাঙৰ দীঘলীয়া ঘৰত।

মোগল কোঁঠৰ ইমান কাষতে ইমান সুখ আৰু শান্তিৰে থকা এখন ঠাই আছে ভাবিবই পৰা নাছিল গুলছন আবাই। বৰষুণ, বানপানীৰ চিন নাই। চিন নাই মোগল সৈন্যৰ অত্যাচাৰৰ। দুদিন মাত্র বৰষুণ নহওতেই খৰালিৰ দৰে শুকান হৈ পৰিছে আলি-পদূলি। শত্রু সৈন্যই গড়গাওঁ লোৱাৰ কথা গাওঁখনৰ মানুহে আজিও যেন গম পোৱা নাই।

হঠাৎ ঢংঢংকৈ হোৱা শব্দত চিঞৰি উঠিল গুলছন আবা। ঘৰ নহয় সেইটো এটা নামঘৰ। গাওঁ নহয় এখন সত্র। বিধৰ্মী মাজুমখাঁই ভয় কৰিছে হিন্দুৰ দেৱতালৈ। ধৰ্মলৈ। দেৱৰ গাৱঁৰ মন্দিৰ অপবিত্র কৰি পূজাৰীৰ ওপৰত কৰা অত্যাচাৰৰ দিনৰপৰা আৰম্ভ হৈছে মাজুমখাঁৰ বুকুৰ বিষ। শুকান শুকান কাঁহ আৰু জ্বৰ। হেকিম মোবাৰক খাঁৰ ঔষধে ভাল কৰিবপৰা নাই। বিশ্বাস হৈছে মাজুমখাঁৰ, মন্দিৰৰ জাগ্রত দেৱতা অসন্তুষ্ট হৈ উঠাৰ কাৰণেই আৰম্ভ হৈছে অসুখ। তাৰ কাৰণেই নবাব মীৰজুমলাই ফতোৱা জাৰি কৰিছে,—"কাফেৰৰ



মঠ-মন্দিৰৰ যেন কোনো ভিতৰ নেসোমায়, পূজাৰীৰ ওপৰত কোনেও অত্যাচাৰ নকৰে। ইমান দিনে যি কৰা হ'ল তাৰবাবে কাফেৰৰ দেৱতাই আমাক ক্ষমা কৰক!"

ভিতৰ কৰাপাটৰ কাষ পাই থমকি ৰ'ল গুলছন আবা। বাট ভেটি থিয় হৈ আছে এটা মানুহ। গলধনত পৰা পাহকটা চুলি। গাত চেলেং চুৰিয়া। পুৱাতে গা ধুই, চন্দনৰ বগা ফোট লৈ পবিত্র হৈ আছে। অবাক বিস্ময়েৰে চাই আছে গুলছন আবাৰ মুখলৈ। তেজৰঙা মখমলৰ পোছাক যোৰলৈ। পৃথিৱীত পাট, মুগা, কপাহী ৰিহা-মেখেলা নিপিন্ধা কোনোবা তিৰোতা মানুহ আছে,—কল্পনাই কৰিব পৰা নাছিল হয়তো বেচেৰাই।

এখোজ দুখোজকৈ গুলছন আবা আগলৈ আহি থকা দেখি ভয় খাই গ'ল আলধৰা। অপবিত্র হৈ পৰাৰ আশঙ্কা কৰি ক্রমাৎ পাছলৈ গৈ থাকি সুধিলে,—"কলৈ আহি আছা? ৰ'বা। কি লাগে তোমাক?"

কলৈ আহিছে, কিয় আহিছে যেন মনত পেলাব নোৱাৰিলে গুলছন আবাই। শুকান ওঁঠ দুখন লৰাই কোনোমতে ক'লে,—"গোঁসাই ঈশ্বৰৰ ওচৰলৈ—"

পাগলী নেকি? আলধৰা কুটুহাই উঠিল। গোঁসাই ঈশ্বৰক এনেকৈ দেখা কৰিবলৈ ৰাতিখোৱা পন্থৰ পকা ভকত বুলি ভাবিছা নেকি?

হঠাৎ আলধৰাৰ মনত পৰিল, গ'ল নিশা মৰ আঁউসী আছিল। মৰ আঁউসীৰ মাজনিশা চেঁচামুখৰ ভকতহঁতে ৰাতিখোৱা সকাম পাতে। ভকত-ভকতনীহঁতে ভৈৰব-ভৈৰৱী সাজি, পকাবিধ গ্রহণ কৰি পঞ্চম'কাৰৰ সাধনা কৰে।

এইখন চেঁচামুখ নহয় আইকণ! এইখন হ'ল কেৰলীয়া গোঁসাই-ভকতৰ সত্ৰ। ইয়ালৈ ভিতৰ কৰাপাটৰপৰা তিৰোতা মানুহ অহা নিষেধ। তিৰোতাৰ মুখ দেখিলে আমাৰ ইয়াত মহা-পাপ হয়। তিৰোতা হ'ল নৰকৰ দুৱাৰ। তিৰোতা লগত থাকিলে স্বৰ্গলৈ যাব নোৱাৰি। ধৰ্ম নিসিজে।

ভয়ে ভয়ে আলধৰাই সুধিলে,—"কৰপৰা আহিছা?"

"কাৰেঙৰপৰা?" অস্পষ্ট স্বৰেৰে গুলছন আবাই উচ্চাৰণ কৰিলে।

"কাৰেং??" মনে মনে সন্দেহ কৰি থকা বিশ্বাসটো এইবাৰ দৃঢ় হ'ল আলধৰাৰ। পাগলী নহয়, এইজনী ডাইনীহে। অঠাই সাগৰৰ পাৰত থকা বুঢ়া আহতজোপাৰপৰা মাজনিশা প্ৰায়েই চিঞৰে। মাজে মাজে বাটটোৰেদি অহা-যোৱা কৰা মানুহৰ গাত লম্ভে। ক'লা মেকুৰী, ক'লা কুকুৰ নাইবা ক'লা ঘোৰা হৈ মানুহৰ আগত আগা-ডেৰা কৰে।

মানুহে কয় ডাইনীজনী হেনো ভগা ৰজা চুৰম্‌ফা স্বৰ্গদেৱৰ সৰু কুঁৱৰী আছিল। মৰমৰ সৰু কুঁৱৰী। ঈৰ্ষাৰ জুইত পৰি ছটফটাই মৰিছিল—সতিনী বৰ কুঁৱৰী।

সেই সময়তেই ৰাজ্যত ব্ৰহ্ম আকাল আৰম্ভ হ'ল। কেইবা বছৰো লাটে লাটে বৰষুণ নাই। পানীৰ অভাৱত খেতিৰ পথাৰ-বিলাক শুকাই চিৰাল ফটা দিলে। নৈ, বিল শুকাই কৰ্ কৰিয়া মাৰিলে। দিখৌ নৈ শুকাই তলি ওলাল। মহাবাহু ব্ৰহ্মপুত্ৰ এবুকু একঁকাল হ'ল। ভোক-পিয়াহত আঁতুৰ মানুহ আৰু পোহনীয়া জীৱজন্তুৱে হাহাকাৰ কৰি ফুৰিবলৈ ধৰিলে।

বৰ কুঁৱৰীৰ টিপ পাই চেংধোৰা ফুকনে এদিন স্বৰ্গদেৱক ক'লে,—"গ'ল নিশা নাগ শঙ্কৰৰ দেৱতাই বন্দীক সপোন দেখুৱাইছে—দেশত বাৰ বছৰ অনাবৃষ্টিৰ যোগ পৰিছে। আকাল অনাবৃষ্টিৰ লগতে মাৰিমৰক আৰু অৰাজকতা আৰম্ভ হ'ব।"



স্বৰ্গদেও ভয়ত শিয়ৰি উঠিল। বাৰ বছৰকৈ অনাবৃষ্টি হ'লে দেশত থাকিব কি? জীয়াই থাকিব কোন? জীয়াই থাকিনো লাভ হব কি?

চেগ চাই থকা চেংধোৰা ফুকনে ক'লে,—"প্ৰতিকাৰৰ একমাত্ৰ উপায়টোৰ কথাও দেৱে কৈছে স্বৰ্গদেও! কৈছে, কাৰেঙত পাপ সোমোৱাৰ বাবেই এনে হৈছে।"

"পাপ??" স্বৰ্গদেও বিচলিত হৈ পৰিল।

"হৈছে স্বৰ্গদেও!" চেংধোৰা ফুকনে ক'লে,—"কাৰেঙত হেনো সোণগুই সোমাইছে। স্বৰ্গদেৱে যদি কোনেও নজনাকৈ কাম এটা কৰিব পাৰে পাপ স্খলন হ'ব। দেশত আকাল অনাবৃষ্টিও শেষ হ'ব, স্বৰ্গদেৱৰ ৰাজ্য ভোগো অটুট থাকিব। নহ'লে—"

"কামটো কি ফুকন?" স্বৰ্গদেও উদগ্ৰীৱ হৈ উঠিল।

"কামটো কিন্তু বৰ কঠিন স্বৰ্গদেও! হৃদয় বিদাৰক। সমাজিক হ'লেও স্বৰ্গদেৱৰ আগত ক'বলৈকে মোৰ সত যোৱা নাই। নক'লেও—"

কথাটো ক'বলৈ ভয় কৰা যেন দেখি অভয় দি স্বৰ্গদেৱে ক'লে,—"একো ভয় নাই ফুকন, সপোনত দেৱে কি ক'লে?"

"ক'লে স্বৰ্গদেও! বৰ পথাৰত বৰপুখুৰী এটা খান্দি দেৱলৈ উছৰ্গা কৰিব লাগে।"

"সেইটোনো কি কথা ফুকন, মই কালিৰ পৰাই—"

"পুখুৰী খন্দাটো সাধাৰণ কথা স্বৰ্গদেও—" চেংধোৰা ফুকনে ক'লে,—"পুখুৰীত জলকুঁৱৰীলৈ বুলি স্বৰ্গদেৱৰ সৰু কুঁৱৰীক উছৰ্গিব লাগে—"

"ফুকন—" স্বৰ্গদেৱৰ চকুহাল হঠাৎ জ্বলি উঠিব খুজিছিল, চেংধোৰা ফুকনে লৰালৰিকৈ ক'লে,—"বন্দীয়ে সমাজিকৰ কথাহে

কৈছে স্বৰ্গদেও ! তেতিয়াহে ৰাজ্যখন স্বৰ্গদেৱৰ হৈ ৰ'ব, দেশত আকাল, অনাবৃষ্টিবো শেষ হ'ব—''

আকাশখন যেন স্বৰ্গদেৱৰ মূৰত ওপৰত হুৰ্ হুৰ্ কৈ ভাগি পৰিল। দুশ্চিন্তাত ৰাতি টোপনি নহা হ'ল। স্বৰ্গদেও দিনে দিনে অন্যমনস্ক আৰু বিষাদগ্ৰস্ত হৈ পৰিল। এদিন সৰু কুঁৱৰীয়ে শপত দি সোধাত স্বৰ্গদেৱে দেৱতাৰ ইচ্ছাৰ থকা বিবৰি ক'লে,—

''তাতকৈ অথাউনি বিলতময়ে ডুবি মৰো কুঁৱৰী ! তোমাক মই এনেকৈ—''

সৰু কুঁৱৰী বহুত সময় থৰ হৈ ৰ'ল। শেষত ক'লে,—

''মোৰ দৰে সাধাৰণ তিৰোতা এজনীৰ জীৱন দিলেই যদি ৰাজ্যখন বয় সেয়ে হওক বঙহৰদেও ! দধিচীমুনিয়েও পৰৰ উপকাৰৰ বাবে নিজৰ দেহত্যাগ কৰিছিল। মোৰ কি সৌভাগ্য, মোৰ মৰমৰ বঙহৰদেওৰ কামত, দেশখনৰ কামত, মোৰ এই পচা শৰীৰটো লগাব পাৰিলো। দেশখনত ইমান মানুহ থাকোতে দেৱতাৰ মোৰ ওপৰতেই চকু পৰিল। পাৰিম বঙহৰদেও, আপোনাৰ কাৰণে মই এই—''

স্বৰ্গদেৱে কুঁৱৰীক সাবটি ধৰি হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে। স্বৰ্গদেৱৰ বুকুত মুখ লুকুৱাই কমলা কুঁৱৰীয়ে উচুপি উচুপি ক'লে,—

''মোৰ মাত্ৰ এটাই অনুৰোধ বঙহৰদেও, স্বয়ং দেৱতাই নিজে আহি ক'লেও বিশ্বাস নকৰিব, মোৰ মনত অকণো পাপ নাই—আপোনাক প্ৰাণতকৈও বেছি ভাল পাও কাৰণেই মোৰ জীৱন দিবলৈ ওলাইছো—''

এইখনেই সেই বৰ পথাৰৰ অথাউনি বিল। চুতামলা স্বৰ্গদেৱে পুৰণা পুখুৰীকে নতুনকৈ খন্দাই নাম দিলে অথাইসাগৰ পুখুৰী।



পুখুৰীৰ পাৰত থকা প্ৰকাণ্ড আহত গছ জোপাৰ তলৰপৰা মাজ নিশা আজিও স্বৰ্গদেৱে,—

''মোৰে প্ৰাণশ্বৰী, কমলা কুঁৱৰী
পানী বা কিমানে হ'ল ?''

পুখুৰীৰ পানীৰ মাজৰপৰা জলকুঁৱৰী হৈ থকা কমলা কুঁৱৰীয়ে বিনাই বিনাই কয়,—

''মোৰে প্ৰাণেশ্বৰ, দেও বঙহৰ
পানী মোৰ এবুকু হ'ল।''

এখোজ দুখোজকৈ আগলৈ আহি থকা গুলছন আৰাক ধমক দি ক'লে আলধৰাই—''কলৈ আহি আছ ? তোৰ ঠাই ইয়াত নহয়, উভতি যা।''

''কলৈ যাম ?'' গুলছন আৰাই উদাস চকুহাল আলধৰাৰ মুখৰ ওপৰত থাপি অসহায়ভাৱে সুধিলে। আলধৰাই ক'লে,—

''য'ৰপৰা আহিছ তলৈ—অথাউনি বিললৈ। অঠাইসাগৰ পুখুৰীলৈ। তোৰ দৰে পাপীনীৰ ঠাই সত্ৰৰ দৰে পৱিত্ৰ ঠাইত নহয়—''

গুলছন আৰা শিয়ৰি উঠিল। সঁচাকৈয়ে তাই পাপীনী। সত্ৰতেই নহয়, পৃথিৱীৰ দৰে পৱিত্ৰ ঠাইত তাইৰ স্থান নাই। ইমান দিন মৃত্যুলৈ ভয় কৰিয়েই তাই জীয়াই আছিল। জীয়াই থকাৰ মোহত। সুখভোগৰ আশাত। এই সুখৰ কাৰণেই তাই মৰি মৰিও জীয়াই থাকিব খুজিছিল এইখন পৃথিৱীৰ এইজাক মানুহৰ মাজত ?

ধীৰে ধীৰে গুলছন আৰা আঁতৰি গ'ল। অথাই সাগৰ পুখুৰীটোৰ পাৰত গৈ থিয় হৈ চাৰিওফালে এবাৰ চালে। পৃথিৱী আৰু আকাশখনলৈ। শেষত মনে মনে ক'লে,—এবাৰ 'কলঙৰ

পানীয়েও মোক লোৱা নাছিল প্ৰভু ! এইবাৰ তুমি মোৰ সকলো পাপ ধুই গ্ৰহণ কৰা । মোক মুক্তি দিয়া ।'

অন্য এদিন । নবাব মীৰজুমলাই আকৌ এবাৰ মূৰ তুলি আকাশখনলৈ চালে । কাউৰীৰ দৰে ক'লা আৰু বিৱৰ্ণ হৈ উঠিছে আকাশৰ মুখ । দিনে-নিশাই কলহৰ কাণে ঢালি ঢালিও যেন হেপাহ পলোৱা নাই । চপ্‌চপ্‌কৈ পৰি থকা বৰষুণ জাকৰ মাত শুনি শুনি নিৰুপায় ক্ৰোধত গুজৰি গুমৰি মৰিব খুজিলে নবাব মাজুমখাঁ । আকাশখনৰ দৰেই গোমা হৈ পৰা দিলীৰখাঁ দাউদ-জাইৰ মুখত চকু থাপি এসময়ত সুধিলে,—"দিলীৰখাঁ !"

"নবাব চাহাব !"

নবাব মীৰজুমলাই কেইবাটাও মুহূৰ্ত যেন কথা বিচাৰি নাপালে। প্ৰচণ্ড বেগেৰে অহা কাহটো হজম কৰাৰ চেষ্টা কৰি কৰি শেষত সুধিলে,—"আমাৰ খাদ্যদ্ৰব্য ?"

"সকলো ক্ৰমাৎ শেষ হৈ আহিছে নবাব চাহাব ! আৰু কেইদিনমান এনেদৰে থাকিলে—"

"তুমি বৰ দুৰ্বল হৈ পৰিছা দিলীৰখাঁ !" নিজৰ দুৰ্বলতা ঢাকিবলৈ যেন মীৰজুমলাই ক'লে ।

"আমাৰ প্ৰতি বিমুখ প্ৰকৃতিৰ নিষ্ঠুৰ ৰূপে মোক সঁচাকৈয়ে দুৰ্বল হৈ পৰিবলৈ বাধ্য কৰিছে নবাব চাহাব !" দিলীৰখাঁই কিন্তু নক'লে সৈন্যবিলাকৰ লগতে সকলো সেনাপতিও অসমৰ পৰা প্ৰাণলৈ স্বদেশলৈ উভতি যোৱাৰ কাৰণে ব্যগ্ৰ হৈ উঠিছে । অসমৰ ৰজাৰ হৈ বুঢ়া গোহাঁই আৰু ৰাজমন্ত্ৰী ফুকনে দিয়া আপোচৰ প্ৰস্তাৱ মানি নোলোৱাত অসন্তুষ্ট হৈ উঠিছে সকলো । প্ৰবল প্ৰতাপান্বিত নবাব মাজুমখাঁ নহৈ অন্য কোনোৱা হোৱা হ'লে সৈন্য দলৰ এই অসন্তুষ্টি হয়তো বিদ্ৰোহত পৰিণত হ'লহেঁতেন ।

"শত্ৰুক কিন্তু আমাৰ দুৰ্বলতাৰ কথা জনোৱা উচিত নহয় দিলীৰখাঁ !" মীৰজুমলাই ক'লে ।



"নিশ্চয় নবাব চাহাব, নিশ্চয় !" পেটে পেটে খং উঠিলেও দৃঢ়ভাৱে সন্মতি জনালে দিলীৰখাঁই ।

"এনে যেন দেখুৱাবা যেন আমাৰ খাদ্য সামগ্ৰী প্ৰয়োজনতকৈ বহুত বেছি আছে, নাটনি হোৱাৰ প্ৰশ্নই নুঠে ।" মীৰজুমলাই কিবা এটা যেন চিন্তা কৰিলে আৰু পুনৰ ক'লে,—"তাৰ বাবে এটা কাম কৰা, কেইখনমান খাদ্যবস্তু বোজাই কৰা নাওঁ অসমৰ ৰজালৈ পঠাই দিয়া । সিহঁতে ভাবক আমাৰ খাদ্যদ্ৰব্য প্ৰচুৰ পৰিমাণে মজুত আছে । আমি যুঁজ কৰিবলৈ নেৰো । এনে কৰাৰ উদ্দেশ্য কি তুমি ধৰিব পাৰিছানে ?"

"পাৰিছো নবাব চাহাব !" বৰ নিস্তেজভাৱে ক'লে দিলীৰখাঁই,—"টান হৈ দেখুৱাই পেছকছ বেছি কৰি আদায় কৰাৰ বুদ্ধি—"

"ও ।"

"তেন্তে আপোচৰ ব্যৱস্থা—"

"বাৰিষাটো শেষ হোৱালৈকে আমি বাট চাও ৰ'বা ।"

"বাৰিষা শেষ হোৱালৈ থাকিলে আমাৰ এটা সৈন্যও জীয়াই নাথাকিব নবাব চাহাব !" মীৰজুমলাৰ আঁকোৰ-গোজ মনোভাবত ভিতৰি ভিতৰি বিৰক্ত হৈ উঠিল দিলীৰখাঁ ।

মীৰজুমলাই একো নক'লে । বহুত সময় বাহিৰত চপ্‌চপ্‌ শব্দ কৰি পৰি থকা বৰষুণজাকলৈ চাই মাত্ৰ তন্ময় হৈ থাকিল ।

মীৰজুমলাক জোকাই ল'বলৈ দিলীৰখাঁৰ যেন সাহস নহ'ল ।

"নবাব চাহাব !" মনছুৰখাঁৰ মাতত নবাব মীৰজুমলা যেন চমকি উঠিল । পাছলৈ উভতি নোচোৱাকৈয়ে সুধিলে,—"কি খবৰ ?"

"অসমীয়া সেনাপতি এজনে আপোনাক দেখা কৰিব খোজে নবাব চাহাব !"

মীৰজুমলাই চকুখাই উঠি যেন মনছুৰখাঁলৈ ঘূৰি চালে। কেইটামান মুহূৰ্ত নিৰৱে থাকি দিলীৰখাঁক সুধিলে,—“কোনো চয়তান নহয়তো দিলীৰখাঁ ?”

“হ’ব নালাগে নবাব চাহাব ! বহুতদিনৰপৰা সি আমাৰ লগ ল’বলৈ চেষ্টা কৰি আছে।”

“তেন্তে ইয়ালৈকে তাক লৈ আহা। কিন্তু আমাৰ সৈন্য দলক সাৱধান হৈ থাকিবলৈ কোৱা।”

অলপ সময়ৰ পিছত, সঙ্কেতধ্বনি বাজি উঠিল। মীৰজুমলা সোণৰ পাতেৰে মেৰিওৱা ওখ সিংহাসনত বহিলগৈ। আগে আগে মনছুৰখাঁ আৰু পাছে পাছে এজন অসমীয়া ডাঙৰীয়া সোমাই আহিল। অস্ত্ৰে-শস্ত্ৰেৰে সুসজ্জিত কেবাটাও কটোৱালে দুৱাৰমুখলৈকে আগবঢ়াই দি দুশাৰী হৈ থিয় হৈ থাকিল। দিলীৰখাঁ একাষত থিয় হৈ থাকি যি কোনো অঘটনৰ বাবে সাজু হৈ ৰ’ল। সোঁহাতটো তৰোৱালৰ খাপৰ ওপৰত। চকু নিবিষ্ট হৈ আছে শত্ৰু শিবিৰৰপৰা অহা অচিনাকী আলহীৰ গাত।

ভিতৰ সোমাই আহিয়েই মূৰটো দোৱাই হাত যোৰ কৰি মীৰজুমলাক সম্ভাষণ জনালে বিষয়াজনে আৰু বৰ ভাৰত্তিৰে ক’লে,—

“আমীৰ উল ওমৰাও নবাব মাজুমখাঁ চাহাব বাহাদুৰৰ দোৱা ভিক্ষা কৰিছে বাদুলী ফুকনে—”

“বাদুলী ফুকন !!” মীৰজুমলাই সন্মুখত থিয় হৈ থকা বাদুলী ফুকনৰ মূৰৰপৰা ভৰিলৈ দুবাৰমান চকু ঘূৰালে। শেষত মুখখনত চকু থাপি সুধিলে,—“তোমাৰ মতলব কি কোৱাচোন—”

“মতলব—মতলব—” বাদুলী ফুকনে ঠোঁটামোজা লগাই ক’লে,—“নবাব চাহাব বাহাদুৰৰ মিত্ৰ হোৱা—”



“মিত্ৰ ?”

“হয় নবাব চাহাব ! মিত্ৰ, মানে দোস্ত্—”

“শত্ৰুৰ লগত দোস্ত্ হৈ তোমাৰ লাভ কি ?”

প্ৰশ্ন শুনি বাদুলী ফুকন থত্‌মত্ খাই গ’ল। এক মুহূৰ্তমান একো ক’ব নোৱাৰিলে। শেষত ক’লে,—“নবাব বাহাদুৰে বন্দীক যদি দয়া কৰি অসম ৰাজ্যৰ ৰজা পাতে—”

“ৰজা ? তুমি ৰজা বনিব খোজা ?” পেংলাই কৰাৰ সুৰত কৈ বাদুলী ফুকনৰ মুখলৈ পুতৌৰ চকুৰে চাই সুধিলে মীৰজুমলাই,—

“তোমাক ৰজা পাতিলে মোক তুমি কি দিবা ?”

“আপোনাক ?” বাদুলী ফুকনে অলপ চিন্তা কৰি ক’লে,—“যিমান লগে সিমান পেছকছ দিম, আৰু—”

“আচ্ছা !” আমোদ পোৱাৰ সুৰত মীৰজুমলাই উচ্চাৰণ কৰিলে আৰু সুধিলে,—“তুমি আমাৰ লগলৈ আহিলে অসমীয়াই যুঁজ আৰু নকৰিব নেকি ?”

“অসমীয়াৰ বৰ সেনাপতি বাদুলী ফুকনেই আপোনাৰ লগলৈ আহিল নবাব চাহাব ! যুঁজ আৰু কৰিব কোনে ? যুঁজ কৰিবলৈ মতা মানুহ জানো অসমত আৰু কোনোবা আছে ?”

মীৰজুমলাই বাদুলী ফুকনৰ চকুহাললৈ চাই থাকি সুধিলে,—“কিন্তু তোমাক মই বিশ্বাস কৰো কেনেকৈ ?”

“বিশ্বাস ?” বাদুলী ফুকন যেন আকাশৰপৰা পৰিল ! “নবাব বাহাদুৰে মোক বিশ্বাস কৰিবপৰা নাই ? আপোনাৰ ওচৰলৈ মই বিভীষণ ৰূপ লৈ আহিছো নবাব চাহাব !”

“বিভীষণ ??”

“হয় নবাব চাহাব ! হিন্দুৰ ৰামায়ণ নামৰ শাস্ত্ৰত থকা বিভীষণ শত্ৰুপক্ষৰ লগ হৈ তেওঁ নিজৰ জন্মভূমি ধ্বংস কৰিছিল—”

“কিয় ?” মীৰজুমলাই সুধিলে,—“নিজে ৰজা হবলৈ ?”

বাহুলী ফুকনে হঠাৎ কি ক'ব ধৰিব নোৱাৰিলে ! বিভীষণ ৰামৰ ফলীয়া কিয় হৈছিল ? শত্ৰুৰ ভৱিত মূৰ থৈ তাৰ লাভ কি হ'ল ? যিমানেই স্বাৰ্থশূন্য বুলি ক'বলৈ যত্ন নকৰক,—বাহুলী ফুকনে হঠাৎ আৱিষ্কাৰ কৰিলে, ৰামভক্ত হৈ পৰাৰ অন্তৰালত যেন বিভীষণৰ আছিল গভীৰ স্বাৰ্থপৰতা ।"

"বাৰু বাৰু—" মীৰজুমলাই ক'লে,—"ৰজা হ'বলৈ হ'লে তুমি আগতে তোমালোকৰ ৰজাৰ পাল্কীত উঠিব লাগিব, পাৰিবা ?"

"ৰজাৰ পাল্কীত ?"

"ও ! ৰজাৰ পাল্কীত উঠিব পাৰিলেহে মই তোমাক বিশ্বাস কৰাৰ কথা ভাবিব পাৰিম ।"

"সেইটোনো কি ডাঙৰ কথা নবাব চাহাব ? অসমৰ ৰজাও মোৰ দৰে মানুহহে । বাহুলী ফুকনৰ তুলনাত ৰজানো কোন কুটা ?"

"তুমি আমাৰ ৰুটি পিঠা খাব লাগিব কিন্তু—"

"ৰুটি পিঠা ?" বাহুলী ফুকনে সেপ ঢুকিলে আৰু ক'লে,—"খানখানা নবাব মীৰজুমলা চাহাবৰ ভাগৰ ৰুটি পিঠা খাবলৈ পোৱাতো অসমীয়াৰ সাতজন্মৰ ফলহে নবাব চাহাব ! মাত্ৰ নবাব চাহাবে পাটছাহক কৈ মোক—"

"তোমাক অসমৰ ৰজা পাতিব লাগে নহয় ?"

"নবাব চাহাবৰ দয়া—"

"ঠিক আছে, তুমি আমাক যুঁজত জিকাই দিয়া, ৰজা, ৰাজকোঁৱৰ সকলোকে ধৰি দিয়া আৰু আমাৰ বিশ্বাসত থাকা—"

"বিশ্বাসত থাকিম বুলি মই কুকুৰা কাটি শপত খাব পাৰো নবাব চাহাব !"

"ঠিক আছে, ঠিক আছে ।—দিলীৰখাঁ !"

"নবাব চাহাব !" সষ্টম হৈ থকা দিলীৰখাঁই মীৰজুমলাৰ আদেশলৈ বাট চালে। মীৰজুমলাই ক'লে,—



"ফুকন চাহাব আজিৰপৰা আমাৰ দোস্ত্ হ'ল দিলীৰখাঁ ! তেওঁ আমাক সহায় কৰিব, জিতাই দিব, ৰজা, ৰাজমন্ত্ৰীহঁতক ধৰি দিব। আমি তেওঁক যোৱাৰ সময়ত অসমৰ ৰজা পাতি যাম। আজিৰপৰা তেওঁ অসম ৰাজ্যৰ চুবাদাৰ অৰ্থাৎ ডেকা-ৰজা হ'ল ।"

দিলীৰখাঁই বাহুলী ফুকনৰ গাৰপৰা চকু নঁতৰোৱাকৈয়ে মূৰ দোৱাই সম্মতি জনালে।

বাহুলী ফুকনক মোগল শিবিৰৰ অন্য ঠাইলৈ আঁতৰাই লৈ যোৱাৰ পিছত দিলীৰখাঁক গাৰ কাষলৈ ইঙ্গিতেৰে মাতি মীৰজুমলাই ফুচফুচাই ক'লে,—"হুছিয়াৰ হৈ থাকিবা দিলীৰখাঁ ! ছুৰঁৰকা বাচ্ছা কাফেৰৰ বিশ্বাস কি ?"

কেইদিনমানৰ পিছত ।

মনথিৰ পৰ্বতীয়া ফুকনে বাহুলী ফুকনলৈ গোপনে চিঠি লিখিলে,—'ফুকন ডাঙৰীয়া ! আপোনাৰ দৰে দূৰদৰ্শী লোক এজনক ইমান দিনে মই চিনিবইপৰা নাছিলো । ৰাজমন্ত্ৰী আৰু বুঢ়া গোহাঁইৰ দুৰন্ত প্ৰতাপ মোৰো অসহ্য হৈ উঠিছে । এই দুই কপটীয়াৰপৰা দেশখন ৰক্ষা কৰাহে কথা । ডাঙৰীয়াই যদি নবাব চাহাবক কৈ মেলি মোকো কিবা এটা বিষয়বাব দিও বোলে, ৰাজমন্ত্ৰী আৰু বুঢ়া গোহাঁইক ধৰাই দিয়াৰ ব্যৱস্থা কৰিম । আপুনি যাকেই ভাল দেখে সিংহাসনত বহুৱাই—'

স্বৰ্গদেও গৰজি উঠিল,—"বেজদলৈৰ পুতেকৰ ইমান সাহ ? তাক মই বিশ্বাস কৰি পৰ্বতীয়া ফুকন পাতিলো, যুঁজৰ অধিপতি কৰি দিলো । এতিয়া সিয়েই মোক ধৰাই দিব খোজে ?"

বুঢ়া গোহাঁয়ে ক'লে,—"বন্দী হিন্দুরে মুগাৰ নিচিনাকৈ মুখেৰে সূতা কাটি মৰিব খুজিছে স্বৰ্গদেও! মই আপোনাক আগতেই কৈছিলো, মনথিৰৰ সঁজাত নাই।"

স্বৰ্গদেৱে পিকদান ধৰাক মাতি ক'লে,—"পৰ্বতীয়া ফুকনক কগৈ বিশেষ সকামত স্বৰ্গদেৱে যেনে আছে তেনেকৈ মাতি পঠাইছে।"

পৰ্বতীয়া ফুকনে আহি আঠুলৈ সুধিলে,—"স্বৰ্গদেও ঈশ্বৰে মোক বা কিয় মাতি পঠাইছিল?"

স্বৰ্গদেৱে একো নকৈ পৰ্বতীয়া ফুকনৰ মুখলৈ থৰ লাগি চাই থাকিল। উলিওৱাৰ যেন চেষ্টা কৰিলে আঁহে আঁহে তাৰ ক'ত সোমাই আছিল ইমান দুষ্ট বুদ্ধি। ইমান বিশ্বাস আৰু মৰমৰ বিনিময়ত সি এই বিশ্বাসঘাতকতা কৰিলে কিয়?"

স্বৰ্গদেওৰ তামুলী লিগিৰা আহি আঁঠুলৈ ক'লে,—"ৰাজমন্ত্ৰী ফুকন দেউতা পাইছেহি স্বৰ্গদেও!"

স্বৰ্গদেৱে লক্ষ্য কৰিলে পৰ্বতীয়া ফুকনৰ মুখখনে হঠাৎ যেন বৰণ সলাই পেলালে। লৰালৰিকৈ ক'লে,—"স্বৰ্গদেও ঈশ্বৰে মোক—"

"তোমাক মই মতাইছো মনথিৰ!" পাছফালৰপৰা অহা ৰাজমন্ত্ৰী ফুকনৰ গুৰুগম্ভীৰ মাত শুনিলে পৰ্বতীয়া ফুকনে। "স্বৰ্গদেৱে তোমাক বিশ্বাস কৰি পৰ্বতীয় ফুকন পাতিছিল, যুঁজ পৰিচালনাৰ ভাৰ দিছিল। কিন্তু তুমি বিশ্বাসঘাতকতা কৰি—"

"আপুনি কাৰ কথা কৈছে ডাঙৰীয়া?" পৰ্বতীয়া ফুকন যেন আকাশৰপৰা পৰিল। ৰাজমন্ত্ৰী ফুকনে টান সুৰত ক'লে,—

"মই কৈছো বেজদলৈৰ পুতেক মনথিৰ ভড়ালী বৰুৱাৰ কথা। এদিন স্বৰ্গদেও ঈশ্বৰে মৰম কৰি তেওঁক পৰ্বতীয়া ফুকন পাতিছিল। আজি সেই মৰমৰ চিন স্বৰূপে অসমৰ স্বৰ্গদেওক তেওঁ মোগলৰ হাতত ধৰাই দিব খোজে।"



"মিছা কথা।" পৰ্বতীয়া ফুকনে দুৰ্বলভাৱে প্ৰতিবাদ কৰিলে,—"স্বৰ্গদেও ঈশ্বৰ!"

"সঁচা মিছা স্বৰ্গদেৱে জানে মনথিৰ!" স্বৰ্গদেৱৰ হৈ ৰাজমন্ত্ৰী ফুনেই ক'লে,—"হৰিগতিৰ হাতত তুমি বাহুলী ফুকনলৈ দিয়া চিঠি এতিয়া স্বৰ্গদেৱৰ হাতত—"

পৰ্বতীয়া ফুকন লৰালৰিকৈ আঁঠুকঢ়াৰপৰা উঠি পাছ হুহকি যাব খুজিলে। ৰাজমন্ত্ৰী ফুকনে আদেশ দিলে,—"আৰু এখোজো আগ নাবাঢ়িবা মনথিৰ, তুমি এতিয়া আমাৰ বন্দী।"

"স্বৰ্গদেও ঈশ্বৰ!" পৰ্বতীয়া ফুকনে অসহায়ভাৱে কাকুতি কৰিলে,—"আপোনাৰ সাক্ষাতত ৰাজমন্ত্ৰী ফুকনে মোক—"

স্বৰ্গদেৱে দুই আঁঠুৰ মাজত মূৰ সুমাই মনে মনে বহি ৰ'ল। এবাৰো মূৰ তুমি নাচালে।

ৰাজমন্ত্ৰী ফুকনৰ ইঙ্গিতত কেইবাটাও গা-ৰখীয়া সৈন্য আগবাঢ়ি আহিল। পৰ্বতীয়া ফুকনক চাৰিওফালৰপৰা সিহঁতে বেৰি ধৰিলে আৰু জোৰ কৰি আঁতৰাই লৈ গ'ল। পৰ্বতীয়া ফুকনৰ কাবৌ-কোকালি আৰু কাকুতিৰ শব্দই স্বৰ্গদেৱৰ বুকুত আহি ঘনে ঘনে আঘাত কৰিলে।

সকলো যেতিয়া নিজম হৈ পৰিল, স্বৰ্গদেৱে এবাৰ মূৰ দাঙি চালে। চকুৰ দৃষ্টিত এক অবুজ, অসহায় চাৱনি। বেজদলৈৰ পুতেক মনথিৰক ভঁড়ালী বৰুৱা আৰু পৰ্বতীয়া ফুকন পাতি কেইদিনমানৰ আগতে যি কানি বিষৰ গুটি এদিন তেওঁ নিজে পছাইছিল, সি আজি ডালে পাতে জাতিষ্কাৰ হৈ মহা মহীৰূহত পৰিণত হ'ল।

"স্বৰ্গদেও ঈশ্বৰ!" দুই কাষত আহি আঠু লোৱা বুঢ়া গোহাঁই আৰু ৰাজমন্ত্ৰী ফুকনৰ মাতত স্বৰ্গদেৱৰ চিন্তাৰ সোঁতত বাধা পৰিল। বুঢ়া গোহাঁই ডাঙৰীয়াই খেদ কৰি ক'লে,—"স্বৰ্গদেও ঈশ্বৰ! শত্ৰু সৈন্যৰ সৈতে যুঁজ কৰি কৰি আমাৰ সৈন্য ভাগৰি

পৰিছে। সিহঁত মানুহ নহয় যেন ৰক্তবীজ অসুৰহে। তাৰ উপৰি দুই এজনকৈ আমাৰ ডা-ডাঙৰীয়ায়ো মোগলক বৰিবলৈ লৈছে। দিন পালেই খেন পাই, খেন পালেই অজৰ অমৰ হয়—হেমাহি কৰি থাকিলে গোজেই কিজানি গছ হয় তাকো ভাবিব লাগে।"

স্বৰ্গদেৱে একো নক'লে। ডাঙৰীয়া দুজনৰ মুখৰ ফালে নাচাই অন্যফালে মুখ কৰি মনে মনে বহি থাকিল। বহুত সময়ৰ পিছত হুমুনিয়াহ এটা কাঢ়ি ক'লে,—"মইনো কি ক'ম? ডাঙৰীয়া দুজনেই যি ভাল দেখে কৰক।"

নবাব মীৰজুমলা ক্রমাৎ ভাঙি পৰিব খুজিলে।

দিন যোৱাৰ লগে লগে মোগল সৈন্যৰ দল আৰু বেছি হতাশ হৈ পৰিল। বানপানী আৰু খাদ্যৰ অভাৱত, জহনী আৰু জ্বৰৰ ফলত শই শই সৈন্য মৃত্যুমুখত পৰিল। সৈন্যদলৰ মাজত ভাঙোনে দেখা দিলে। কোনোমতে যিকেইটা বাচি থাকিল, অসমীয়া সৈন্যই ৰাতি ৰাতি চোৰৰ দৰে আহি হঠাৎ আক্রমণ কৰি কচুকটা দিবলৈ ধৰিলে। মোগলৰ লগ লোৱা বাহুলীয়ে যুঁজত জিকাই দিব বুলি দম্ভালি মাৰিছিল, কিন্তু—

"হাৰামজাদা বাহুলীয়ে যি ক'লে চব ঝুঠ বাৎ নবাব চাহাব!" দিলীৰখাঁই ক'লে,—"বাঙলীগড়, পুংদাং আৰু মেকুৰীখোৱাৰ তিনিখন যুঁজত সি আমাৰ কেইবাশও সৈন্য মিছায়ে হানি কৰালে।"

মীৰজুমলাই গভীৰ অসন্তুষ্টিৰে ক'লে,—"ছুৰৰকা বাচ্ছা বাহুলীৰ সাহ বল সকলো মিছা। অসমৰ ৰজা, ৰাজমন্ত্রীক ধৰি দিম বুলি সি মিছায়ে ফিতাহি মাৰিছিল—"

ছল চাই থাকি দিলীৰখাঁই ক'লে,—"এতিয়া আমি এই নৰক-কুণ্ডৰপৰা সোনকালে উভতি যোৱাহে কথা নবাব চাহাব! আৰু



কিছুদিন ইয়াত থাকিব লাগিলে, আমি কোনো উভতি যাব নোৱাৰিম। অসমৰ ৰজাই যেতিয়া পেছকছ দিবলৈ গাত লৈছে—"

"অৱশ্যে দিলীৰখাঁ!" মীৰজুমলাই ক'লে,—"আমি সন্ধি কৰিবই লাগিব। কিন্তু হাতী যেতিয়া বোকাত পৰিছে, সিহঁতে যিমান বেছি হয় পেছকছ দিবলৈ বাধ্য হ'বই। আমি যিমান পাৰো সিমান সৰকোৱাৰ বুদ্ধি কৰাহে কথা। এতিয়া বাৰু তেওঁলোকে কিমান দিও বুলিছে?"

"নব্বৈটা হাতী আৰু তিমি লাখ টকা নবাব চাহাব!"

"সিহঁতলৈ ভয় দেখুৱাই কৈ পঠোৱা আমি অসম ৰাজ্য ল'ম বুলিহে আহিছো, ৰাজ্য চাফ কৰিহে ফিৰি যাম। অসমৰ ৰজা য'ত আছে তালৈকে খেদি গৈ—"

অসন্তুষ্ট হ'লেও নিৰুপায়ত পৰি দিলীৰখাঁ মনে মনে থাকিল।

উধাতু খাই বাহুলী ফুকন সোমাই আহিল। মীৰজুমলাৰ ভৰিৰ কাষত আঠু কাঢ়ি কান্দো-কান্দো হৈ ক'লে,—"নবাব চাহাব! আপুনি মোৰ ইহকাল, পৰকাল সকলো। কেঁকোৱা দোলা দি ৰজা পাতি মোক এৰি থৈ যোৱাতকৈ কাটি থৈ যাওক নবাব চাহাব! মোক এৰি থৈ গ'লে ইহঁতে—"

"চুপ্ ৰও!" মীৰজুমলা হোক-হোকাই উঠিল। ধমক্ খাই বাহুলী ফুকনৰ মুখৰ মাত বন্ধ হৈ গ'ল। উত্তেজিতভাৱে মীৰজুমলাই তিৰস্কাৰ কৰি ক'লে,—"তোৰ দৰে কাপুৰুষ এটাক লগত লোৱাই মোৰ ভুল হৈছিল। অসমৰ ৰজা, ৰাজমন্ত্রীক ধৰি দিম বুলি কৈছিলি নহয়, কতা? হাৰামখোৰ—"

পাগলৰ দৰে হৌ-হৌৱাই কান্দিবলৈ ধৰিলে বাহুলী ফুকনে। মীৰজুমলাৰ ভৰি হালত খামোচ মাৰি ধৰি কাকুতি কৰিলে,—"মোৰ একো দোষ নাই নবাব চাহাব! আপুনি মোক—"

মীৰজুমলাইৰ বাহুলী ফুকনৰ ফালে নাচাই দিলীৰখাঁক ক'লে,—
"সোনকালে তুমি সন্ধিৰ ব্যৱস্থা কৰা দিলীৰখাঁ ! অতি শীঘ্রে আমি অসম এৰি যাম ।"

"তেন্তে নব্বৈটা হাতী আৰু তিনি লাখ টকাতে—"

মীৰজুমলাই আকৌ চিন্তা কৰিলে আৰু ক'লে,—"নব্বৈটা হাতী, তিনি লাখ টকা আৰু মহাৰাজাৰ জীয়েক এজনীক পাটছাহৰ বেটালৈ দিয়ক—তেহে মানিম । সন্ধিৰ বাকী চৰ্তসমূহ তুমি নিজে ঠিক কৰিবা—।"

চৰ্তৰ কথা শুনি স্বৰ্গদেও ঈশ্বৰ শিয়ৰি উঠিল,—"ইমান পেছকছ দিও মোৰ জীক দিব লাগে ?"

বুঢ়া গোহাঁই ডাঙৰীয়াই প্ৰবোধ দি ক'লে,—"স্বৰ্গদেৱে অসন্তোষ নকৰাই ভাল । স্বৰ্গদেও নৰেশ্বৰ ঈশ্বৰ, উদয়গিৰিৰ পাটছাহ । স্বৰ্গদেৱৰ জীক হিন্দুস্থানৰ ভাবী সম্ৰাটলৈ নিব—আনন্দৰহে কথা । ৰাজ্যও ৰক্ষা পৰিব, দেশ দেশান্তৰৰ লোকেও শুনি সন্তোষ পাব ।"

স্বৰ্গদেও বহুত সময় তলকা মাৰি থাকিল । শেষত হুমুনিয়াহ কাঢ়ি ক'লে,—"ডাঙৰীয়াসকলে গমিপিতি যি ভাল দেখে কৰক । মইনো আৰু কি কম ? কি কৰিম ??"

বাহিৰত তেতিয়াও জিম্ জিম্‌কৈ বৰষুণ পৰিছিল । দূৰণিৰ পাহাৰবিলাক ঢাক খাই আছিল কলীয়া ডাৱৰেৰে । এন্ধাৰডৰাই চাৰিওফালৰপৰা যেন পৃথিৱীৰ ওপৰত এখন জাল তৰি পেলাব খুজিছে । সো-সোকৈ বলি থকা বতাহজাক হতাশাগ্ৰস্ত মানুহৰ যেন দীৰ্ঘশ্বাস ।……

এক মনেৰে আকাশখনলৈ চাই বিভোৰ হৈ আছিল স্বৰ্গদেও ! গাভৰুমেলীয়া বৰুৱা আহি আঁঠুলৈ মাতিলে,—"স্বৰ্গদেও ঈশ্বৰ !"



গাৰ কাষতে মানুহৰ মাত শুনি উচপ খাই উঠিল স্বৰ্গদেও । উভতি চাই বৰুৱাৰ মুখত চকু থাপি প্ৰশ্ন কৰিলে,—"কি হৈছে বৰুৱা ? মোগল সৈন্যই পুনৰ—"

"নহয় স্বৰ্গদেও !" গাভৰুমেলীয়া বৰুৱাই ক'লে,— "ৰমণী আইদেও ওলাই যাবলৈ ধৰিছে, স্বৰ্গদেওৰ আশীৰ্বাদ—"

"আশীৰ্বাদ ??" হঠাৎ স্বৰ্গদেৱে পাগলৰ দৰে শব্দ কৰি হাঁহিবলৈ ধৰিলে । "আশীৰ্বাদ কোনে বিচাৰিছে ? কিয় ??—আচৰিত ! মোৰ আশীৰ্বাদৰো মূল্য আছে ? মই নিজেই চোমদেওৰ আশীৰ্বাদ বিচাৰি হয়গ্ৰীৱৰপৰা দোলগোবিন্দলৈ মূৰ খুন্দিয়াই মৰিব খুজিছো । কোনেও মোক আশীৰ্বাদ দিয়া নাই—জীৱনজুৰি মাত্ৰ অভিশাপ কঢ়িয়ালো"---কৈ গৈ গৈ স্বৰ্গদেও ৰৈ গ'ল আৰু হঠাৎ আদেশ দিয়াৰ সুৰত ক'লে,—

"অসমৰ ইমূৰৰপৰা সিমূৰলৈ সকলোকে শুনাই দিয়ক বৰুৱা ! ভগনীয়া ৰজা জয়ধ্বজ সিংহ মহাপাপী । তাৰ মুখ দেখা পাপ । জনমে জনমে তাৰ—" আধা কোৱাকৈয়ে স্বৰ্গদেও ৰৈ যাব লগা হ'ল । বহুত মানুহ জুম পাতি স্বৰ্গদেৱৰ কাষলৈ আগবাঢ়ি আহিছে । আগে আগে স্বৰ্গদেৱৰ জীয়ৰী ৰমণী আইদেওক পৰ্বতীয়া কুঁৱৰীয়ে ধৰি ধৰি আগুৱাই আহিছে । ৰমণীৰ কণমান দেহত নতুন কন্যাৰ বেশ । মুগাৰ ফুলাম ৰিহা আৰু মেখেলা, গোমচেঙৰ হাত দীঘল চোলা । হাতত সোণৰ গামখাৰু, ডিঙিত সোণৰ বাখৰুৱা গলপতা, সাতসৰী আৰু জোনবিৰি । কাণত জুইৰঙা জাংফাই কেৰু । চকু মুখত বেজাৰৰ লেশমানো চিন নাই । বুজিবৰ বয়সেই হোৱা নাই ৰমণীৰ এতিয়াও, কি হৈছে, সময়ৰ প্ৰচণ্ড সোঁতে কিদৰে কলৈ উটুৱাই লৈ যাব খুজিছে ।

"বোপা-দেউতাক সেৱা কৰা ৰমণী !" পৰ্বতীয়া কুঁৱৰীয়ে ফুচফচাই ক'লে । স্বৰ্গদেওৰ মুখৰ আগত ৰমণীয়ে আঁঠু কাঢ়িলে আৰু কণ কণ হাত দুখনেৰে স্বৰ্গদেৱৰ দুই ভৰি চুই সেৱা কৰিলে ।

কণ কণ দুই হাতৰ স্পৰ্শত স্বৰ্গদেও যেন হঠাৎ অধৈৰ্য্য হৈ উঠিল। এক অদ্ভুত কণ্ঠত মোচৰ খাই উঠিল বুকুৰ ভিতৰখন। নিজক নিজে কোৰাৰ দৰে ক'লে,—"অসমৰ ৰাইজৰ মঙ্গলৰ হকে মই তোক উছৰ্গা কৰিলো আই,—তই মোক ক্ষমা কৰিবি—"

কাষত ৰৈ থকা জুমটোলৈ চাই থোকাথুকি মাতেৰে স্বৰ্গদেৱে ক'লে,—"ডাঙৰীয়াসকল! অসমৰ ৰাইজক ক'ৰ অসমৰ ৰজা হৈ মই যি পাপ কৰিলো, ভুল-ভ্ৰান্তি কৰিলো, বুকুৰ তেজ মোগললৈ উছৰ্গা কৰি তাৰ প্ৰায়শ্চিত্ত কৰিব খুজিছো। সকলোৱে যেন মোক ক্ষমা কৰে—"

হঠাৎ স্বৰ্গদেৱে ৰমণী আইদেউৰ কাষত দুই আঁঠু পাৰি বহি পৰিল আৰু দুই হাত মেলি বুকুৰ মাজলৈ টানি লৈ দুৰাওৰাৰে কান্দিবলৈ ধৰিলে।

স্বৰ্গদেৱক কন্দা দেখি আচৰিত হ'ল ৰমণী। হঠাৎ যেন কাৰণটো বুজি পালে, আৰু ফেকুৰি ফেকুৰি নিজেও কান্দিবলৈ ধৰি ক'লে,—"মই কলৈকো নাযাও বোপাদেও, মই কলৈকো নাযাও—বিয়াৰ কন্যা মই নহও, তোমাৰ ওচৰতে থাকিম।"

কেইবাটাও মুহূৰ্তৰ পাছত স্বৰ্গদেও শান্ত হ'ল। গাভৰুৰ মূৰে-গাই হাতফুৰাই ক'লে,—"তই যা আই! মই আশীৰ্বাদ কৰিছো মোগল সাম্ৰাজ্যৰ পটেশ্বৰী হৈ তই—" স্বৰ্গদেৱে আৰু একো ক'ব নোৱাৰিলে। দুখত মাত বন্ধ হৈ গ'ল। চকুৰ গুৰিলৈ আকৌ লুইতৰ ঢল নামিল।

ৰমণীক ধৰি ধৰি আঁতৰাই নিয়া জুমটোলৈ আঁঠু কঢ়াৰ ভঙ্গীৰেই চাই থাকিল স্বৰ্গদেৱে। হঠাৎ উৰুলিৰ শব্দত উচপ খাই উঠিল। উৰুলি নহয় যেন মোগল সৈন্যই জাকে জাকে হিলৈ ফুটাইছে স্বৰ্গদেৱৰ বুকুলৈ লক্ষ্য কৰি।

সন্ধ্যা হোৱাৰ পাছত ভিতৰুৱাল বৰুৱা পুনৰ সোমাই নহালৈকে একে ঠাইতে স্বৰ্গদেও প্ৰস্তৰ মূৰ্তিৰ দৰে আঁঠু কাঢ়ি বহি ৰ'ল।



কেইবাদিনৰ পিছত এদিন।

স্বৰ্গদেৱে ৰাজমন্ত্ৰী ফুকনক সুধিলে,—"মোৰ ইমান সৈন্য, আহিলা-পাতি আছিল, তথাপি মোগলে ৰাজ্য মৰিবলৈ পালে কেনেকৈ?"

"স্বৰ্গদেও!" ৰাজমন্ত্ৰী ফুকনে ক'লে,—"তাৰ একমাত্ৰ কাৰণ বিশ্বাসঘাতকতা আৰু আত্মকলহ—"

"অপৰাধীক বিচাৰ কৰি মই শাস্তি দিম! কোন দোষী বিচাৰি উলিয়াওক।"

"স্বৰ্গদেও ঈশ্বৰ!" ৰাজমন্ত্ৰী ফুকনে ভাবি-চিন্তি ক'লে,—"মূৰৰ চুলি দুই এদাল পকিলে কাঢ়ি দিলে ভাল দেখি। কিন্তু সকলো চুলি যদি পকে তাক কাঢ়িবলৈ গলে নিজৰ মূৰত দুখ পাবলৈহে আছে—"

স্বৰ্গদেও অভিভূত হৈ পৰিল,—"সঁচা কথা ডাঙৰীয়া দুই এজনেই নহয়, মোৰ বিশ্বাসী বিষয়াৰ সৰহ ভাগেই বিশ্বাস-ঘাতকতাৰ পৰিচয় দিলে। কাক এৰি কাক শাস্তি দিম? এনে যেন হৈছে নিজৰ গাৰ মঙহকো আৰু বিশ্বাস কৰিব নোৱাৰি—" স্বৰ্গদেও অলপ সময় মনে মনে থাকিল। শেষত ক'লে,—"ডাঙৰীয়াসকল! মোৰ মৰমৰ গড়গাওঁ নগৰখন চাবৰ বৰ মন গৈছে—মৰাৰ আগতে—" স্বৰ্গদেৱে দুই হাতেৰে মুখখন ঢাকি ধৰিলে।

"কিন্তু স্বৰ্গদেও—" বুঢ়া গোহাঁয়ে ক'লে,—"গড়গাওঁ নগৰ বিধৰ্মী সৈন্যই লণ্ড ভণ্ড কৰি চুৰা কৰিলে। দেওধাই, বাইলুং আৰু দৈৱজ্ঞক সোধাত কৈছে,—"স্বৰ্গদেৱৰ এনেয়ে দিন মন্দ, গতিকে—"

স্বৰ্গদেৱে অলপ সময় একো নকৈ মনে মনে থাকিল। শেষত কাবৌ কৰাৰ সুৰত ক'লে,—"নগৰৰ ভিতৰত মই নোসোমাও। মাত্ৰ বৰ দুৱাৰখন মেলি দিব, তাৰেপৰা ভিতৰখন এবাৰ চাম—"

বুঢ়া গোহাঁই ডাঙৰীয়া নিবৰ হৈ ৰ'ল । স্বৰ্গদেৱৰ অনুবোধৰ সুৰটোৱে তেওঁৰ বুকুত আঘাত কৰিলে । বিধিৰ কি বিড়ম্বনা,— গড়গাওঁ চহৰৰ অধিপতি স্বৰ্গদেৱে আজি নিজৰ চহৰখন চাবলৈও কাবৌ কোকালি কৰিব লগা হৈছে ।

স্বৰ্গদেৱৰ দোলা গড়গাওঁ নগৰৰ বৰ দুৱাৰৰ সন্মুখত ৰ'লহি । ধীৰে ধীৰে বৰ দুৱাৰ মেলখালে । নগৰৰ ভিতৰত চকু থৈ স্বৰ্গদেৱে হঠাৎ চিঞৰি উঠিল—"এই হেন সোণাপুৰ নগৰখন এৰি মই ক'ত আছিলোগৈ ?" লগে লগে হুবাওৱাওৱে স্বৰ্গদেৱে কান্দিবলৈ ধৰিলে । শোকে খুন্দা মাৰি ধৰাত স্বৰ্গদেও অচেতন হৈ মাটিত লুটিখাই পৰিল । চাৰিওফালে হুৰা-দুৰা লাগিল ।

লাহে লাহে স্বৰ্গদেৱৰ জলসাৰ ৰোগ বৃদ্ধি হৈ মুদ্গৰ ৰূপ ধাৰণ কৰিলে । অন্তিম শয্যাৰ কাষত গোটখোৱা সকলো ডাঙৰীয়া, ফুকন, বৰুৱালৈ চাই স্বৰ্গদেৱে ক'লে,—"মোৰ দেহৰ অৱস্থা সমূলি ভাল নহয় । সকলোকে কৈ থৈছো ভগা ৰাজ্যখন কেনেকৈ ৰক্ষা পৰে তাৰ ব্যৱস্থা কৰিব । মোগল শতৰু মোৰ বুকুৰ শেল, বুকুতেই গ'ল । আপোনালোকে—"

বুঢ়া গোহাঁই ডাঙৰীয়াই ভাৰক্তিৰে সুধিলে,—"স্বৰ্গদেৱৰ অভাৱতনো আমি বন্দীহঁতে কাক সেৱা কৰিম ?"

"ৰাইজৰ শাওপাতত—" স্বৰ্গদেৱে ক'লে,—"নিজৰ বুলিবলৈ মোৰ ল'ৰালুৰি কোনো নাই—বংশটো ৰাখিবলৈ—মোৰ বঙহৰ চাৰিঙীয়া ৰজা চকৰাকেই আনি—"

ৰাজমন্ত্ৰী ফুকন গিৰিসাই বহাৰপৰা থিয় হ'ল । আঁতৰি যাব খুজি উত্তপ্ত কণ্ঠেৰে ক'লে,—"চকৰাক মই ৰজা মানি সেৱা নকৰো৷ চকৰা ৰজা হ'ব নোৱাৰে—"

স্বৰ্গদেৱৰ চকুহাল আতঙ্কত কঁপি উঠিল । সেহাই সেহাই ক'লে,— "চকৰাইহে মোৰ বঙহৰ ডাঙৰীয়াসকল ! তাৰ অবিহনে—"



"কলীয়া গোহাঁই ৰজা হ'ব—" ৰাজমন্ত্ৰী ফুকনে দৃঢ়তাৰে ক'লে । স্বৰ্গদেৱে মূৰটো সৰু সৰুকৈ লৰালে আৰু ক'লে,— "কলীয়া গোহাঁই মোৰ নিজৰ পো নহয় ডাঙৰীয়া ! তোলনীয়া পো । তাক ৰজা পাতি মোৰ পাপ বঢ়াই ল'বলৈ নিদিব—"

স্বৰ্গদেৱে দীঘল দীঘলকৈ উশাহ ল'লে । চকুহাল ডাঙৰ ডাঙৰকৈ মেলাৰ চেষ্টা কৰি ইফালে সিফালে চালে . একাষত বহি থকা বুঢ়া গোহাঁই ডাৰীয়াৰ সোঁহাতখনত খামুচি ধৰি কিবা এটা কোৱাৰ চেষ্টা কৰিলে । বুঢ়া গোহাঁয়ে গম্ভীৰ স্বৰেৰে ক'লে,— "স্বৰ্গদেও ঈশ্বৰ নিশ্চিন্ত হওক—মই চকৰাকেই ৰাজপাটত বহুৱাম—"

ৰাজমন্ত্ৰী ফুকনৰ চকুহাল দপ্ কৰি জ্বলি উঠিল । বুঢ়া গোহাঁইৰ গাত জ্বলন্ত দৃষ্টি থাপি কেইটামান মুহূৰ্ত চাই থাকি বেগেৰে চ'ৰাৰপৰা ওলাই গ'ল । প্ৰতিটো খোজৰ শব্দত প্ৰকাশ কৰিলে আসন্ন বিদ্ৰোহ আৰু বিপ্লৱৰ ইঙ্গিত ।

স্বৰ্গদেৱৰ শ্বাস প্ৰশ্বাস ক্ষীণতৰ হ'ল । মূৰ শিতানত বহি থকা দক্ষিণপাট সত্ৰৰ গোঁসাই ঈশ্বৰে লৰালৰিকৈ ক'লে,—"স্বৰ্গদেও ! ৰাম নামেহে সংসাৰ তাৰে, ৰাম নাম লওক—ৰাম নাম—"

স্বৰ্গদেৱে যেন কিবা এটা ক'ব খুজিলে । হয়তো 'ৰাম' শব্দটো ক'বলৈ মুখ মেলিছিল । মেলা মুখ মেলাতে ৰ'ল ।

সোণৰ জখলাৰে স্বৰ্গৰপৰা নামি অহা স্বৰ্গদেৱে স্বৰ্গলৈ যাত্ৰা কৰিলে ।

সৈন্যৰ দলটো উভতি যাবলৈ সাজু হ'ল ।

উজাই আহোতে সিহঁতৰ যি উদ্যম আৰু উৎসাহ আছিল এতিয়া আৰু নাই । আহোতে আহিছিল হিলদল ভাঙি হেজাৰ হেজাৰ উন্মত্ত সৈন্য । এতিয়া মাত্ৰ কেইটামান জীৰ্ণশীৰ্ণ কঙ্কালসাৰ সৈন্য উভতিল । তেজীঘোৰা আৰু মঙহাল উটকেইটা শুকাই

খীণাই সৈন্যবিলাকৰ দৰেই হাড়েছালে লগা হৈছে বৰফৰ দৰে বগা ইৰাণী তেজীঘোঁৰাত উঠি হাতত খোলা তৰোৱাল লৈ চীনদেশলৈকে গোটেই অঞ্চল বিজয়ৰ আশালৈ অহা নবাব মীৰজুমলা আজি ক্লান্ত আৰু জৰাজীৰ্ণ। বছিদখাঁৰ দৰে ফিৰোজখাঁয়ো গুৱাহাটীৰ ফৌজাদাৰ হ'বলৈ অসম্মতি প্ৰকাশ কৰিছে। স্বয়ং পাটছাহ ঔৰঙ্গজীৱৰ হুকুম মানিব নোখোজাৰ কথা শুনিও নিৰৱে থাকিল নবাব মীৰজুমলা। লুইতৰ ঘোলা পানীত উদাস চকুৰ দৃষ্টি থাপি থৰ হৈ চাই থাকিল। দিলীৰখাঁৰ কথা যেন তেওঁ শুনাই নাই। সাধাৰণ একোটা কথাতে বাঘৰ দৰে এদিন গুজৰি উঠা খানখানা নবাব মীৰজুমলা মৃত ঘোঁৰাৰ দৰে আজি নিঃসাৰ। বহুত সময়ৰ পিছত নিজক নিজে কোৱাৰ দৰে ক'লে,—

"মই দেখোন বৰ দুৰ্বল হৈ পৰিছো দিলীৰখাঁ? হাতখন দাঙিবলৈও মোৰ গাত যেন শক্তি নাই। হয়তো মই উভতি গৈ—" কথাষাৰ শেষ নকৰাকৈয়ে বৈ গ'ল মীৰজুমলা। পানীৰ অবিৰাম সোঁতত চকু থ'লে।

পানীৰ সোঁত নহয়, সময়ৰ সোঁতত যেন চকু থৈছে নবাব মীৰজুমলাই। সময়ৰ সোঁতত জাজীৰ দৰে উটি উটি গৈ কোনোবা এঠাইত বৈ যাব খুজিছে একালৰ প্ৰবল প্ৰতাপান্বিত নবাব মীৰজুমলা।

ধীৰে ধীৰে এন্ধাৰডবাই ডাঁঠ ওবণি এখন টানি দিলে পৃথিৱীৰ ওপৰত। মুখ দেখুৱাব খোজা নাই যেন পৃথিৱীখনে লাজত। দুখ আৰু অপমানৰ ৰঙেৰে বিবৰ্ণ হৈ পৰিছে যেন পৃথিৱীৰ মুখ।

তাৰ পিছত।

তিনিদিন উঠলি-মুঠলি লাগি আছিল। কোন ক'ত ৰজা হয়, কোনে কাক মাৰে কোনেও ক'ব নোৱাৰে। ৰাজমন্ত্ৰী ফুকন আৰু আতন বুঢ়া গোহাঁই দুই গোনা ম'হে যুঁজিবলৈ যেন ফেপেৰি পাতিলে। ৰাজমন্ত্ৰী ফুকনে জীয়েক সাধনী পৰ্বতীয়া কুঁৱৰীৰ পুতেক কলীয়া গোহাঁইক ৰজা পাতে।

কিন্তু ৰাজসিংহাসন ৰাজমন্ত্ৰী ফুকনৰ হাতত নাছিল। ফুকন, বৰুৱা সকলো আছিল বুঢ়া গোহাঁইৰ ফলীয়া। সকলোৱে মিলি তিনিদিনৰ দিনা চাৰিঙীয়া ৰজা চকৰাক সিংহাসনত বহুৱালে।

শিঙৰিঘৰত উঠি চকৰাই নাম ল'লে চক্ৰধ্বজ সিংহ। বৰ চ'ৰাৰ বৰ মেলত প্ৰথম দিনাই ঘোষণা কৰিলে অসমৰ স্বৰ্গদেও কাৰো অধীন নহয়, স্বাধীন। ঘিলাঝাৰিঘাটত মোগলেৰে হোৱা সন্ধিৰ চৰ্ত মই মানি নলও।

মোমাই তামুলী বৰ বৰুৱাৰ পুতেক লাচিত ডেকাক বৰফুকন পাতি অসমৰ ৰজা-প্ৰজা সকলো মোগলৰ বিৰুদ্ধে যুঁজিবলৈ সাজু হ'ল।

অসমীয়া জাতিৰ বুৰঞ্জীত সেইকেইটা দিনৰ কথা সোণোৱালী আখৰেৰে আজিও লিখা আছে। এলেহুৱা অসমীয়াৰ প্ৰাণত আজিও বাজি আছে লুখুৰাখন বংশৰ লাচিত বৰফুকনৰ এষাৰ কথা— 'দেশতকৈ মোমাই ডাঙৰ নহয়।'

কিন্তু সেইয়া আছিল মাত্ৰ কেইটামান দিন। গৌৰৱময় সেই-কেইটা দিনৰ পিছতেই অসমৰ বুৰঞ্জীত আকৌ এবাৰ ৰঙা ক'লা দাগ পৰিল। আৰম্ভ হ'ল ৰজা ভঙা-পতাৰ খেল। দেবেৰা হাজৰিকাৰ মইমতালিৰ পিছত লালুকসোলাৰ অতপালি। যি লাচিত বৰফুকনে নৰীয়া গাৰেই যুঁজি ৰজা ৰামসিংহক পৰাস্ত কৰিছিল সেই লাচিতৰ বংশৰ লালুকসোলাই দেখিলে মূৰত মুকুট পিন্ধি ৰজা হোৱাৰ সপোন।

সেইয়া আছিল মাত্ৰ দহোটা বছৰৰ ইতিহাস। সেই দহটা বছৰৰ প্ৰতিটো মুহূৰ্ততই কি অদ্ভুত বৈচিত্ৰ্যতা কঢ়িয়াই আনিছিল

অসমীয়া জাতিৰ জীৱনলৈ ! দহটা বছৰত সলনি হ'ল বুৰঞ্জীৰ পাত । সলনি হ'ল মানুহৰ জীৱন । সময়ৰ আচোৰ পৰিল মানুহৰ দেহ আৰু মনত । প্ৰৌঢ় হ'ল জৰাগ্ৰস্ত বৃদ্ধ । যৌৱনৰ উত্তাল তৰঙ্গত নাচি বাগি ফুৰা যুৱকৰ গাত পৰিল জীৱনৰ কাঁইটৰ আঁচোৰ । চঞ্চলা চপলা কিশোৰী হ'ল ষোড়শী গাভৰু ।

ৰাজকাৰেঙৰপৰা ৰাজমহলৰ ভিতৰলৈ যোৱা কণমানি এজনী ছোৱালী সেইকেইটা বছৰৰ ভিতৰতে ভৰ বাৰিষাৰ ফেনেফোটোকাৰে বাঢ়ি অহা লুইতৰ দৰে ভৰুণ হৈ পৰিল ।

ৰাজমহলৰ তোছাখানাৰ দুৱাৰমুখত থিয় হৈ ৰহমতবানু বেগমে তামাম হিন্দুস্থানৰ মালিক পাটছাহ ঔৰঙ্গজীৱৰ বেটা চুবেদাৰ আজমতৰাক দেখি হাঁহি হাঁহি চেলাম ঠুকিলে,—"বন্দেগী পাটছাহজাদা !"

পালঙ্কৰ একোণত ভাগৰেৰে বহি পৰা আজমতৰাৰ একাষত থিয় হৈ মস্কৰা কৰাৰ সুৰত সুধিলে ৰহমতবানুৱে,—"আজি বোলে ৰোজনামচাত পাটছাহজাদাৰ বৰ খং উঠিছিল ?"

"ও ।" আজমতৰাৰ গম্ভীৰ মুখত হাঁহি বিৰিঙিল । তামাচা কৰাৰ সুৰত ক'লে,—"এতিয়াও উঠি আছে, সাৱধান ।"

"ঐ আই ! মোৰ ওপৰতো নেকি ?"

"তোমাৰ ওপৰত নহয়, তোমালোকৰ দেশৰ ৰজা, প্ৰজা সকলোৰে ওপৰত । পাটছাহ ঔৰঙ্গজীৱৰ পুত্ৰ আজমতৰাক অপমান কৰে সিহঁতৰ ইমান সাহস ?"

ৰহমতবানুৱে বুজি পালে আজমতৰাৰ খঙৰ গুৰি ক'ত ।

মুলতান আৰু বিহাৰৰ চুবেদাৰ ছাহজাদা আজমতৰাক পাটছাহ ঔৰঙ্গজীৱে বঙ্গৰ নবাব পাতি হুকুম দিছিল,—"যি কোনো



উপায়েৰে গুৱাহাটী অধিকাৰ কৰা । মোগলৰ হেৰোৱা সন্মান পুনৰ ওভোতাই আনিবই লাগিব ।"

আজমতৰাই মোমাশহুৰ লালুক বৰফুকনলৈ এযোৰ চিৰপাও আৰু এখন চিঠি দি কৈ পঠালে,—"অসমে পূৰ্বৰ সীমনাতে ৰ'ব, নহ'লে মোৰ লগত তিনি শ হাতী আৰু এক লাখ ঘোঁৰা আহিছে। সাৱধান !"

বুঢ়া গোহাঁয়ে লালুকক সুধিলে,—"আগে পাছে মোগলে কেতিয়াও সিয়া কাপোৰ দিয়া নাই, এতিয়া কিয় দিলে ? বৰ-ফুকনৰ নাম তলত লিখিবলৈ নবাবতকৈ বৰফুকন সৰু নেকি ?"

স্বৰ্গদেৱৰ পত্ৰলৈ কটকী মাধৱচৰণ আৰু যত্নন্দন খিজিৰপুৰ পালেগৈ । চুবেদাৰ আজমতৰাই চিঠি পঢ়িলে,—

"তোমাৰ লগত হাতী ঘোঁৰা বিস্তৰ আহিছে বুলি কৈ আমাক ভয় খুৱাৰ নালাগে । তোমাৰ ঘোঁৰা আমাৰ মানত পহু । হাতী ঘোঁৰাই নিজে কিবা কাঁড় হিলৈ মাৰিবনে ?"

খঙত ছাহজাদা আজমতৰাই দাঁত মুখ কৰচি গৰজি উঠিল,—"কটকীহঁতক বন্দী কৰি থোৱা । অসমীয়াহঁতৰ ইমান সাহ ?—"

ৰহমতবানুৱে খিল্ খিল্কৈ হাঁহি ক'লে,—"তোমাৰো যে কাম ! সেইহে বাবাজানে তোমাক ইমান খং কৰে ?"

একো নুবুজি ৰহমতবানুলৈ পোন্দোৰাকৈ চালে আজমতৰাই আৰু সুধিলে,—"কিয় ?"

"চিঠি লিখিলে কোনে আৰু তুমি দোষ ধৰিছা কাক ? চিঠি কঢ়িয়াই অনা ডাকোৱালকেইটাৰ দোষ কি ?"

"একো দোষ নাই ?"

"নাইতো ! খবৰটো তোমাৰ কাৰণে অপ্ৰিয় হ'ল বুলিয়েই কটকীৰ গাত জগৰ হ'লনে ? বাবাজানে যদি তোমাৰ এনে ধৰণৰ কথা গম পায়—"

বাবাজান মানে পাটছাহ ঔৰঙ্গজীৱ। ক্ৰোধান্ধ ঔৰঙ্গজীৱৰ মুখখনলৈ মনত পৰাত ভয়াতুৰ আজমতৰা ভিতৰি ভিতৰি কঁপি উঠিল। অনুশোচনা কৰাৰ সুৰত ক'লে,—"সঁচাকৈয়ে মোৰ বৰ ভুল হ'ল ৰহমত! খং উঠিলে নিজক মই একোপধ্যে সংযত কৰিব নোৱাৰা হও।"

ৰহমতবানু ওচৰ চাপি আহিছিল। বুকুৰ মাজত সোমাই পৰি অভিযোগ কৰি ক'লে,—"কিমান বছৰৰ মূৰত মোৰ নিজৰ দেশৰ মানুহ আহিল। তোমাৰ শত্ৰুৰ দেশৰ মানুহ। তুমি আদৰ-সাদৰ কৰা ছাৰি বন্দী কৰি থ'লা। তোমাৰ দৰে নিৰ্দয় মানুহ আৰু দুনিয়াত কোনো নাই—" ওফোন্দ পাতি ৰহমত-বানুৱে আৰু ক'লে,—"মোৰ ওচৰত তুমি মাত্ৰ ভালপোৱাৰ মিছা ভাওজোৰা। আচলতে তোমাৰ সকলো ফাঁকি।"

আজমতৰাই আলফুলকৈ সাবটি ধৰিলে ৰহমতবানুক আৰু মৰমেৰে সুধিলে,—"তুমি বেয়া পাইছা?"

"নাপাম নেকি আৰু? তুমি নিজেই ভাবাচোন।"

"কটকীকেইটাক মই মাৰি পেলোৱা নাই নহয় ৰহমত, বন্দীহে কৰিছো। এতিয়াই মোকোলাই দিম। হ'বতো?"

"সঁচা?"

"ও। আৰু কি কৰিব লাগিব?"

"তেওঁলোকক মোৰ ওচৰলৈ পঠোৱা। মই দেশৰ খবৰ লও।"

ৰহমতবানুৰ তিতি যোৱা চকুৰ গুৰি মচি দি ক'লে আজমতৰাই—

"তোমাৰ ইমান অকণমানতেই চকুপানী ওলাইনে?"

"তুমি তিৰোতা হোৱা হ'লেহে বুজিলাহেঁতেন, তিৰোতাৰ দুখৰ কথা! নিজৰ আই-ভাই-ভনীক এৰি, দেশ-ধৰ্ম এৰি—"



"তুমি দুখ নকৰিবা ৰহমত!" লৰালৰিকৈ আজমতৰাই ক'লে,—"মই এতিয়াই তেওঁলোকক মুকলি কৰি দিয়াৰ হুকুম দিওঁগে। চাও তুমি এবাৰ হাঁহি দিয়াচোন—হাঁহা—" ৰহমতবানুৰ মুখখন দুই হাতৰ মাজত লৈ চকুত চকু থ'লে আজমতৰাই। চকুৰ গুৰিত হাঁহি বিৰিঙিল ৰহমতবানুৰ। দুই গালেৰে বৈ যোৱা চকুপানী মুছি দি আজমতৰা লৰালৰিকৈ আঁতৰি গ'ল। ৰহমতবানুৱে মইনা লিগিৰাক মাতি ক'লে,—"অসমৰপৰা অহা কটকী দুজনক মোকোলাই দিলে মোৰ ওচৰলৈ বাট দেখুৱাই আনিবি—"

মইনা আনন্দত উত্ৰাৱল হৈ উঠি সুধিলে,—"পাটছাহজাদাৰ হুকুম পালে?"

"ও।" ৰহমতবানুৱে হাঁহি হাঁহি ক'লে।

মইনা প্ৰায় দৌৰি তোচাখানাৰপৰা বাহিৰ ওলাই যাব খুজিছিল, ৰহমতবানুৱে মাতি ক'লে,—"মফিজা বেগমক আগতে মই মাতিছো বুলি কৈ যা—"

মফিজা বেগম আহি পোৱাৰ অলপ পিছতেই মইনা উভতি আহিল। পাছে পাছে মাধৱ চৰণ আৰু যদুনন্দন কটকী।

"আহক আহক কটকীদেও!" দেখাৰ লগে লগে ৰহমতবানু বেগমে উৎসাহেৰে তেওঁলোকক সম্ভাষণ জনালে। মোগল পাটছাহ-জাদাৰ বেগমৰ মুখত শুদ্ধ অসমীয়া ভাষা শুনি আচৰিত হ'ল কটকী দুজন। ৰহমতবানু আৰু মফিজাৰ মুখলৈ থৰ লাগি তেওঁলোক চাই ৰ'ল। দুইজনী বেগমৰ গাত মোগলাই সাজ পাৰ। ছেলোৱাৰ, পায়জামা। মূৰত মখমলৰ পাতল ওৰণা, চকুত চুৰ্মা।

ওৰণাখন মুখৰপৰা আঁতৰাই ৰহমতবানুৱে মাধৱ চৰণ কটকীক সুধিলে,—"এতিয়া চাওকচোন বৰুৱাদেও মোক কৰবাত দেখা মনত পৰেনে।"

থৰ হৈ ৰহমতবানুৰ মুখলৈ চাই থাকিল মাধৱ চৰণে। মিচিক-মাচাককৈ হাঁহি ৰহমতবানু বেগমে সুধিলে,—"নাই পৰা নহয়?"

"ওহো।"

"মোৰ নাম ৰমণী—" ৰহমতবানুৱে ক'লে,—"স্বৰ্গদেও জয়ধ্বজ সিংহৰ—"

"পৰিছে, পৰিছে—" মাধৱচৰণ কটকীয়ে লৰালৰিকৈ উচ্চাৰণ কৰিলে আৰু সুধিলে,—"এওঁ নিশ্চয় তিপমীয়া ৰজাৰ জীয়েক ধৰিত্ৰী ?"

"ও।" মফিজাৰ লগতে ৰহমতবানুৰেও সমৰ্থন জনালে। শেষত বেজাৰ মনেৰে ৰহমতবানুৱে ক'লে,—"আমি ঘৰ এৰা বাৰ-চৈধ্য বছৰ হ'ল কটকীদেও। ইমান বছৰে অসমৰ মানুহ কাকো আমি দেখা নাছিলো। কোনেও আমাৰ খবৰ লোৱা নাই—কোনেও—"

ৰহমতবানুৰ চকুহাল সেমেকি গ'ল দুখত। অলপ সময়ৰ ভিতৰতে দুখ ভাবটো জোকাৰি পেলাই সুধিলে,—"দেশৰ কি খবৰ কটকীদেও? অসমখন আগৰদৰে আজিও আছেনে ? শাৰী শাৰী নাহৰ আৰু গুলচ ফুলেৰে গড়গাওঁ চহৰখন ? দিখৌ নৈৰ পাৰৰ এজাৰ আৰু কহুৱা ফুলবিলাক আজিও ফুলেনে ? আম-কঠাল, তামোল-পাণেৰে ভৰা বাৰীৰে মানুহৰ ঘৰবিলাক—ধাননি পথাৰবিলাক—"

অধীৰ আগ্ৰহেৰে প্ৰতিটো কথা সুধি মুখলৈ চালে মফিজা আৰু ৰহমতবানুৱে। দুৱাৰৰ চুকত বৈ থকা লিগিৰী মইনাই। সিহঁতৰ চকু-মুখত প্ৰশ্নৰ পাছত প্ৰশ্নৰ শাৰী। মাধৱচৰণ কটকীৰ দুখ লাগি গ'ল—এটা জন্মৰ বাবে দেশ এৰি বিদেশত জীৱন কটাবলৈ অহা তিনিটা প্ৰাণীলৈ। এসময়ত ক'লে,—

"অসম দেশখন তোমালোকে দেখি অহাৰ দৰেই আছে আইদেওহঁত। মীৰজুমলাই লুটি অনাৰ পিছত স্বৰ্গদেও চক্ৰধ্বজ সিংহই ভগা ৰাজ্যখন বাটি লৈছিল। অসমৰ ৰাইজৰ মনলৈ আহিছিল শান্তি আৰু সুখ। লাচিত বৰফুকনৰ অধীনত মাৰবান্ধি থিয় হৈ মোগলৰ ওপৰত ভালদৰে পোতক তুলিলে—"



"সেই বতৰা পাই আমি ইয়াত খুব আনন্দ কৰিলো।" মফিজাই ক'লে।

"সঁচাকৈয়ে কটকীদেও!" উৎসাহেৰে ৰহমতবানুৱে যোগ দিলে,—"কোনেও গম ধৰিব নোৱাৰিলে আমাৰ আনন্দৰ কাৰণ কি ? মোৰ জন্মদিন বুলি হেৰেমত বড়াখানাৰ ব্যৱস্থা কৰা হৈছিল। ছাহজাদাক পাঁচ হাজাৰ টকা মূল্যৰ এদাল হাৰ উপহাৰ দিলো। পাটছাহলৈ পঠালো অসমৰপৰা অনা হাতীদাঁতৰ এখন পাটী। মইনাৰ যে সেইদিনা কি আনন্দ! হেৰেমৰ আগচোতালত অকলৈ বিহু পাতিলে—"

ৰহমতবানু আৰু মফিজাৰ লগতে মইনাইও হাঁহি দিলে।

মাধৱচৰণ কটকীয়ে ক'লে,—"কিন্তু তাৰ পিছৰেপৰা দেশখনত আকৌ জুই লাগিল আইদেও! চুকৰ ভেকুলী খৰাগোমৰ পুতেক দেবেৰা হ'ল দেশৰ গৰাকী—"

"দেবেৰা ??" ৰহমতবানুৱে প্ৰশ্ন কৰিলে।

"দক্ষিণপটীয়া দেবেৰা হাজৰিকা আইদেও। তোমাৰ মনত থাকিব পাই ভিতৰুৱাল ফুকনৰ সি তামুলী লিগিৰা আছিল। শইকীয়া হৈছিল। ওখ আৰু গছালকৈ মানুহটো—"

"পৰিছে, পৰিছে কটকীদেও। ভিতৰুৱাল ফুকনৰ লগত আপদেউতাৰ কাষলৈ সি প্ৰায়েই আহিছিল—দেখাত ধুনীয়া—বামুণ নকা—"

"সেইটোৱেই তাৰ কাল হ'ল আইদেও। দেখিবলৈ ধুনীয়া হৈ সি স্বৰ্গ জয় কৰিব খুজিলে। যি এদিন খেৰ-শনী এদাল পোৱা নাছিল, সি ৰাজসিংহাসনত উঠি বহিব খুজিলে। তাৰ অতপালিত সোণৰ অসম দেশ আকৌ এবাৰ মৰিশালী হোৱাৰ উপক্ৰম হ'ল।"

মাধৱচৰণ কটকীয়ে কৈ গ'ল।

স্বৰ্গদেও চক্ৰধ্বজ সিংহৰ পিছত ভায়েক উদয় গোহাঁই অসমৰ ৰাজপাটত বহিল। লগে লগে দেবেৰাৰ বুকুত দগমগাই জ্বলি উঠিল প্ৰতিহিংসাৰ জুই! কিন্তু তেতিয়ালৈকে সি আছিল চুকৰ ভেকুলী। তাৰ টোৰটোৰণিলৈ কাণ দিওতা নাছিল কোনো।

ঠিক সেই সময়তেই গড়গাওঁ চহৰত গকুলপুৰী সন্ন্যাসীৰ আবিৰ্ভাৱ হ'ল। মানুহৰ মুখ চায়েই ভূত-ভৱিষ্যত ক'ব পৰা ত্ৰিকালজ্ঞ পৰমানন্দ সন্ন্যাসী। চকুৰে নেদেখে যদিও দিব্যদৃষ্টিৰে সকলো দেখি থাকে।

দঁহা বৰুৱাই স্বৰ্গদেওক সন্ন্যাসীৰ অদ্ভুত ক্ষমতাৰ কথা ক'লে। প্ৰমাণ পাই দক্ষিণ পাটৰ গোসাইক এৰি স্বৰ্গদেও হ'ল পৰমানন্দ সন্ন্যাসীৰ শিচ্। পুৱা সন্ধ্যা সন্ন্যাসীৰ সন্মুখত আঠুকাঢ়ি বহি ধৰ্মৰ কথা শুনে স্বৰ্গদেৱে। চূণপোৱা দুৱাৰৰ কাষত ডাঙৰকৈ মন্দিৰ সজাৰ আয়োজন কৰিলে। লগে লগে দঁহা বৰুৱাই স্বৰ্গদেৱৰ আদেশ শুনালে—স্বৰ্গদেৱৰ গুৰুৰ ওচৰতহে যেন সকলোৱে দীক্ষা লয়। ৰাজৰোষত পৰাৰ ভয়ত ডা-ডাঙৰীয়া কেইবাজনেও বৈষ্ণৱ গুৰু ত্যাগ কৰি তন্ত্ৰ-মন্ত্ৰৰ অধিকাৰী গকুলপুৰী সন্ন্যাসীক গুৰু মানিলে।

কেইদিনমানৰ পিছত, ভিতৰুৱাল বৰুৱাই এদিন আহি স্বৰ্গদেৱক ক'লে,—"স্বৰ্গদেও! ৰাজ্যৰ প্ৰায় সকলোৱে আমাৰ গুৰুৰ শিচ হ'ল। কিন্তু দুখনমান সত্ৰৰ গোসায়ে—"

"গোসাই?"

"হয় স্বৰ্গদেও! মকাজান, শিলিখাতল, চেঁচামুখ আদি ঠাকুৰীয়া পন্থৰ গোসাই কিজনে প্ৰভুক নামানে—"

টিঙিৰীতুলা হৈ স্বৰ্গদেৱে চাওদাং বৰুৱাক আদেশ দিলে,—"গোসাইকেইজনক এতিয়াই বন্দী কৰি আনক। স্বয়ং অসমৰ স্বৰ্গদেৱে যাৰ চৰণত শৰণ লৈছে সেই হেন মহাপুৰুষক অৱজ্ঞা কৰে তেওঁলোকৰ ইমান সাহস?"



গোসাইকেইজনক বন্দী কৰা হ'ল। স্বৰ্গদেৱে সুধিলে,—"তোমালোকৰ কিবা ঐশ্বৰিক শক্তি আছেনে?"

"নাই স্বৰ্গদেও! আমি সাধাৰণ মনিচ।" মকাজান সত্ৰৰ গোসায়ে ক'লে,—"ভগৱন্ত মহাপ্ৰভুৰ গুণানুকীৰ্তনেই আমাৰ ধৰ্ম—"

"মোৰ গুৰুৱে কিন্তু ভূত-ভৱিষ্যত সকলো কব পাৰে। মানুহৰ মনৰ কথাও। অন্ধ হৈও বিশ্বব্ৰহ্মাণ্ডৰ সকলো দেখি থাকে আৰু—"

ছেগ চাই থকা দঁহা বৰুৱাই ক'লে,—"এওঁলোকে মিছায়ে গৌৰৱ কৰি ফুৰে স্বৰ্গদেও! আচলতে কাম কৰিব লাগে বুলিহে ধাৰ্মিক হোৱাৰ ভাও জুৰিছে। শিচ ভজাই, ভোৰ-তাল কোবাই, প্ৰসাদ খাই ফুৰাহে তেওঁলোকৰ ধৰ্ম।"

চাওদাং বৰুৱাই সাহস পাই স্বৰ্গদেৱক ভেটিলে,—"স্বৰ্গদেও ঈশ্বৰ! এওঁলোকক আনিবলৈ যাওতে দেবেৰাই আমাক বহুত ককৰ্থনা কৰিলে—"

"দেবেৰা??" স্বৰ্গদেও যেন আকাশৰপৰা পৰিল। "সেইটো আকৌ ক'ৰ ধূমকেতু ওলাল বৰুৱা?"

"দক্ষিণপটীয়া খৰা গোমৰ পুতেক স্বৰ্গদেও! মকাজান সত্ৰৰ সেৱক। মৰঙীয়াল খেলৰ কাঁড়ী আছিল। এতিয়া হাজৰিকা।"

"চিকা এটাৰ ইমান সাহস? তাৰ মূৰটো এতিয়াই কাটি আনক—"

চাওদাং বৰুৱা বিজুলী বেগেৰে ওলাই গ'ল।

স্বৰ্গদেৱৰ ভায়েক সৰু গোহাঁইৰ ভৰি হালত খামোচ মাৰি ধৰি দেবেৰাই কাকুতি কৰিলে,—"গোহাঁইদেও মোক ৰাখক—"

"তোৰ আকৌ হ'ল কি ?" সৰু গোহাঁয়ে কি হৈছে ধৰিব পৰা নাছিল, সুধিলে। দেবেৰাই সকলো কথা ভাঙি পাতি কৈ ক'লে,—"এই সকলোৰে গুৰিতে দ'হা বৰুৱাহে গোহাঁইদেও ! ভিতৰুৱাল ফুকন হোৱাৰ আশাতহে সি স্বৰ্গদেওক হাত কৰাৰ পাং পাতিছে। ৰাজবোষত পৰাৰ ভয়ত বিষয়াসকলৰ কোনেও একো ক'ব পৰা নাই। গোহাঁইদেৱে যদি ৰাইজৰ হকে সাহস কৰি আগবাঢ়ে—"

"ৰাইজৰ হকে ?"

"ৰাইজৰ হকেইতো গোহাঁইদেও !" দেবেৰাই বুজালে,—"অসমত কিবা ধৰ্মৰ পন্থ আৰু ধৰ্ম ধৰিবৰ উপযুক্ত গুৰু নোহোৱা হ'লনে ? চাবি সংহতিৰ অঁতবিলাক গোসাই-মহন্ত থাকোতে গকুলপুৰৰপৰা অহা বিদেশী সন্ন্যাসীৰ ভৰিত স্বৰ্গদেৱে মূৰ দোঁৱালে, ইয়াতকৈ আৰু অসমৰ মানুহৰ বাবে কিবা লাজৰ কথা হ'ব পাৰে নেকি ?"

"অৱশ্যে দেবেৰা ! কথাটো মই এই ফালৰপৰা ভাবি চোৱাই নাছিলো। ভকত-বৈষ্ণৱৰ ওপৰত নিৰ্য্যাতন কৰাটো সঁচাকৈয়ে স্বৰ্গদেৱৰ উচিত হোৱা নাই।"

"অনুচিতেই নহয় গোহাঁইদেও, মহাপাপ হৈছে। ভগৱানে ইমান দিনে সহি আছে বুলিহে। চোমদেওৰ অভিশাপত বংশটো ধ্বংস হোৱাৰ আগতেই গোহাঁইদেৱে নিজে—"

দেবেৰাৰ ইঙ্গিতটো বুজি পালে সৰু গোহাঁয়ে। ৰজাৰ বৰ পুতেক ৰজা হোৱাটো দেশৰ নিয়ম। উদয়াদিত্যৰ পুতেক আছে যেতিয়া সৰু গোহাঁই ৰজা হোৱা কথা সপোনৰো আগোচৰ ! ৰঙীন ভৱিষ্যতৰ কল্পনা কৰি সৰু গোহাঁইৰ হৃদয় নাচি উঠিল। কোনে জানে সৰু গোহাঁইৰ প্ৰতি চোমদেওৰ এইয়া হয়তো আশীৰ্বাদ। অসমৰ সিংহাসন হয়তো—



মুখলৈ চায়েই শিয়ান দেবেৰাই ধৰি পেলালে সৰু গোহাঁইৰ দুৰ্বলতাৰ কথা। কথাটো আৰু অলপ পৰিষ্কাৰ কৰি ক'লে,—"গোহাঁইদেও যদি সন্মত হয় বন্দীয়ে মানুহ ৰবাব পাৰে। ভিতৰুৱাল ফুকন, চৰাল বৰুৱা, তৈৰাই দোলা কাষৰীয়া বৰুৱা আমাৰ ফলীয়া হ'ব। নামশিলা, ৰতনপুৰীয়া আৰু মোহন ডেকাহঁততো আছেই। ইমানতো যদি গোহাঁইদেও অমত হয় আমি চাৰিঙীয়া বা তুংখুঙীয়া ফৈদৰ কোনোবা এজন কোঁৱৰক—"

"বাৰু ৰচোন ৰ দেবেৰা !—" সৰু গোহাঁয়ে লৰালৰিকৈ ক'লে,—"মই ভাবি গুনি চাও। কোন কোন আহে এদিন তই বাৰু মোৰ টোললৈকে সকলোকে মাতি আন—"

পিছদিনা। সৰু গোহাঁইৰ টোলত গোপনে মেল বহিল। ভিতৰুৱাল ফুকনে গৰ্ব কৰি ক'লে,—"আমি থাকোতে গোহাঁইদেৱে চিন্তা কৰিব নালাগে ? ৰাজকাৰেঙৰ ভিতৰৰ সকলো তলানলা দেখোন দেবেৰাই জানেই। আপোনালোক মাত্ৰ সক্ষম হওক। কাৰেঙৰ সকলো ৰখীয়া পৰীয়া আমাৰ হাতত—"

দুদিনমানৰ পিছত এদিন মাজনিশা। দেবেৰা হাজৰিকাৰ দলে হাঁইথাগুৰিৰ কাৰেঙঘৰ আক্ৰমণ কৰিলে। দুৱৰীকেইটাক কাটি, সাতোখন দুৱাৰ হাতী লগাই ভাঙি শত্ৰু সৈন্য ৰাজকাৰেঙৰ ভিতৰ সোমাল।

বৰ বাটচ'ৰাৰ মুখত হুলস্থূল লগা যেন শুনি স্বৰ্গদেৱে সাৰপাই ৰখীয়াক সুধিলে,—"কি হৈছে শাওণা ? বাহিৰত কিহৰ ইমান হুলস্থূল ?"

"হাতীশালৰপৰা হাতী এজাক মুকলি হৈছে স্বৰ্গদেও !" দেবেৰাহঁতে আগতেই শিকাই থোৱা শাওণা তামুলীয়ে ক'লে,—"মাউত, ফান্দি কোনেও ধৰিবপৰা নাই। তাবে হুলস্থূল।"

স্বৰ্গদেও নিতাল মাৰি শুই থাকিল। শত্ৰু সৈন্যই চাৰিও-ফালৰপৰা কাৰেংঘৰ অৱৰোধ কৰিলে আৰু ৰজাক বন্দী কৰিলে।

ৰাতিয়েই বৰ চ'ৰাত সৰু গোহাঁই ৰজা হ'ল। সাতসৰা কৰি উঠি দেবেৰাই সুধিলে,—"স্বৰ্গদেও ঈশ্বৰ! ৰাইজৰ দ্ৰোহী গুৰু আৰু শিষ্য দুজনৰনো কেনেদৰে বিচাৰ কৰা হয়?"

সপোন নে দিঠক সৰু গোহাঁয়ে ইমান পৰে ধৰিবইপৰা নাছিল। সন্মুখত আঠু কাঢ়ি থকা ৰাজভক্ত বিষয়াসকললৈ চাই ক'লে,—"মইনো কি ক'ম? ডাঙৰীয়াসকলেই যি ভাল দেখে কৰক।"

"তেন্তে আমিয়েই তেওঁলোকৰ বিচাৰ কৰো।" সকলোৰে হৈ দেবেৰাই ক'লে।

বিচাৰ আৰম্ভ হ'ল। দেবেৰাই ক'লে,—"পৰমানন্দ সন্ন্যাসীয়ে যোগিনী পোহে। সন্ন্যাসীয়ে মেলা ডাইনী-যখিনী মখাই ভৱ কৰাৰ কাৰণেহে ৰজাই নিজৰ কৰ্তব্য আৰু দায়িত্বৰ কথা পাহৰি পেলালে। এনে অপকৰ্ম কৰাৰ শাস্তি স্বৰূপে গকুলপুৰী সন্ন্যাসীক ডিঙাত ভৰাই দিহিং নৈত উটাই দিয়া হওক—"

স্বৰ্গদেৱে লাহে লাহে মূৰ লৰাই সন্মতি জনালে।

"দ্বিতীয়তে—" দেবেৰাই পুনৰ ক'লে,—"ৰজা হ'ল প্ৰজাৰ ৰক্ষক। কিন্তু ভগা ৰজাই প্ৰজাৰ দুখ সুখৰ কথা নাভাবি ধৰ্ম আৰু ঈশ্বৰৰ কথাহে বেছিকৈ ভাবিলে। তেওঁৰ অবিবেচনাৰ ফলতেই দেশখনত এনে অনাসৃষ্টি কাণ্ড ঘটিল। গতিকে ভগা ৰজাক চৰাইদেওলৈ নি দঁহা বৰুৱাৰ লগতেই জীয়াই জীয়াই—"

স্বৰ্গদেৱে চকু হাল ডাঙৰ ডাঙৰকৈ মেলি দি দেবেৰালৈ চালে। কিন্তু একো কবলৈ সাহস নকৰিলে। দেবেৰাৰ কাৰণেইতো সৰু গোহাঁই ৰামধ্বজ সিংহ হ'ল। নহ'লে—

পিছদিনা পুৱা। টোপনিৰপৰা সাৰপাই অসমৰ ৰাইজে গম পালে, স্বৰ্গদেও উদয়াদিত্য সিংহ ৰাজপাটত নাই। তেওঁৰ ঠাইত ৰাতিৰ



ভিতৰতে ভায়েক সৰু গোহাঁই স্বৰ্গদেও হ'ল। ভগা ৰজাক চৰাই-দেওলৈ নি জীয়াই জীয়াই মৈদাম দিয়া হ'ল।

গড়গাওঁ চহৰৰ মুখখন সেইদিনা আকৌ এবাৰ গম্ভীৰ হৈ পৰিছিল। কেঁহেৰাজ বটাৰ দৰে বিবৰ্ণ হৈ পৰা পাটকাই পৰ্বতৰ ফালে চাই মানুহে কোৱাকুই কৰিলে—"দেশকালৰ নিয়ম কাৰণেই দেখোন সলনি হ'ল? ইমান দিনে গোহাঁই তিনিজন লগ লাগিলেহে ৰজা ভাঙিব পাৰিছিল এতিয়া খৰাগোমৰ পুতেক দেবেৰাই--"

"লাহে লাহে কোৱা ককাই, কোনোবাই শুনিব। বেৰ চালৰো কাণ আছে বুলি নাজানানে?"

"এৰা এৰা বোপাই! আমাৰনো কি? আমি তেও ভেকুলীহে। যিয়ে ৰজা তাৰে প্ৰজা। ৰামধ্বজ সিংহ নালাগে খৰাগোমৰ পুতেক দেবেৰাও যদি ৰজা হয়—"

ৰজা নহয়, দেবেৰা হাজৰিকা হ'ল বৰ বৰুৱা। বেমাৰী সৰু গোহাঁই নামত মাত্ৰ ৰজা হৈ থাকিল, বৰ বৰুৱাই হ'ল সৰ্বেসৰ্বা

সৰু মানুহ হঠাৎ ডাঙৰ হ'লে যি হয় দেবেৰাৰো সেয়ে হ'ল। এদিন যি দেবেৰাই ৰাজ কাৰেংৰ ভিতৰখন কেনেকুৱা দেখিবলৈ পোৱা নাছিল আজি সি বৰচ'ৰাৰ বৰ খুটাত ফকাম জুৰি বহিব পৰা হ'ল। লিগিৰা-তামুলী বাদেই ফুকন-বৰুৱাকো গটা গৰাল মাৰিব পৰা হ'ল। দেবেৰা বৰ বৰুৱাৰ দুৰ্দান্ত প্ৰতাপত স্বয়ং স্বৰ্গদেওৰ সিংহাসনো কঁপি উঠিল।

কেইমাহমানৰ পিছত এদিন। সাজখাবৰ পৰত বৰ কুঁৱৰীয়ে স্বৰ্গদেওক ক'লে,—"বঙহৰদেওক কথা এটা কৈ থও। মানুহে কয়, অচিন কাঠৰ ঠোৰাও লগাব নাপায়, আপুনি কিন্তু বৰ ঘৰৰ বৰ খুটা লগাইছে—সাৱধান।"

স্বৰ্গদেৱে কেইবাটাও মুহূৰ্ত বৰ কুঁৱৰীৰ মুখলৈ থৰ হৈ চাই থাকি সুধিলে,—"তুমি কি ক'ব খুজিছা মই ধৰিব পৰা নাই বৰ কুঁৱৰী!"

বৰ কুঁৱৰীয়ে ব্যঙ্গৰ হাঁহি মাৰি ক'লে,—"সসাগৰা পৃথিৱীৰ ওপৰত ৰজা হৈছে, পানীহেন এই কথাটোকে ধৰিব নোৱাৰিলে চলিবনে ? আপোনাৰ দেৱেৰা বৰ বৰুৱাৰ কথা কৈছো । এদিন সি চুৰনিৰ কুকুৰ আছিল আজি সি ৰঙাঠঙা আগত লৈ বৰ বৰুৱা হ'ল ! তাৰ স্বভাৱ-চৰিত্ৰ—"

স্বৰ্গদেও বিৰক্ত হৈ উঠিল । ক'লে,—"জাত-কূলেৰে মানুহক জুখিবলৈ গৈছা কিয় বৰ কুঁৱৰী । জাত-কূল স্বভাৱ-চৰিত্ৰতকৈ মানুহৰ বুদ্ধি বৃত্তিকহে সন্মান কৰা উচিত । ডাঙৰ কূলত নজন্মিলেও দেৱেৰা হাজৰিকাৰ বুদ্ধিৰ বলতেই তুমি আজি বৰ কুঁৱৰী হ'লা । উপকাৰীৰ উপকাৰ ইমান সোনকালে পাহৰি যোৱাতো—"

সেইবুলি উপকাৰীৰ ওচৰত নিজৰ মান-সন্মান, বুদ্ধি-বিবেচনা সকলো জলাঞ্জলি দি বহতীয়া হ'বলৈ যোৱাতো—"

"বৰ কুঁৱৰী !" স্বৰ্গদেও খঙত কঁপি উঠিল । "তুমি মোৰ মুখৰ আগত—"

বৰ কুঁৱৰীয়ে ভয় নাখাই ক'লে,—"বৰ কুঁৱৰীৰ আগত দেখুওৱা এই খংটো বৰ বৰুৱাৰ আগতো দেখুৱাব নোৱাৰেনে বঙহৰদেও ? অসমৰ স্বৰ্গদেওৰ বিনানুমতিত মিছা অপবাদ দি বৰ গোহাঁই আৰু চাৰিঙীয়া ৰজাক হত্যা কৰোতে আপুনি কিয় এনেকৈ খঙত জ্বলি নুঠিল ? দেৱেৰাতো বুঢ়া গোহাঁই, বৰ গোহাঁই নহয় ? সামান্য এটা হাজৰিকা আছিল, আপোনাৰ দয়াত সি বৰ বৰুৱা হ'ল, তাৰ ওচৰত আপুনি ইমান দুৰ্বল কিয় ?"

কেইবাটাও মুহূৰ্ত স্বৰ্গদেৱে একো নক'লে । যেতিয়া কথা ক'লে মাতত আগৰ সেই উত্তেজনা নাই । গভীৰ হতাশাৰে স্বৰ্গদেৱে ক'লে,—"মই বুজিছো বৰ কুঁৱৰী অসমৰ স্বৰ্গদেও হোৱাৰ কাৰণে অকণো মই উপযুক্ত নহয় । লোকৰ উচ্‌টনিত পৰি বেমাৰী



সৰু গোহাঁই পুতলা-ৰজা হ'ল, এই দুখ মোৰ মৈদামৰ তললৈ গ'লেও মাৰ নাযায় ।"

তাৰ পিছৰপৰাই স্বৰ্গদেৱৰ অসুখ বেছি হ'ল । ফুকন, বৰুৱা সকলোকে গোটাই এদিন স্বৰ্গদেৱে ক'লে,—"বৰ ককাইক মাৰি সুখেৰে ৰাজপাট খাম বুলি ভাবিছিলো, বিধতাই নিদিলে । মোৰ গা-মন সমূলি ভাল নহয় । কোন সময়ত কি হয় ঠিক নাই ।—মোৰ অবিহনে বৰ ককাইৰ পুতেক কলীয়ায়ে—"

দেৱেৰা জিকাৰ খাই উঠিল । ক'লে,—"বাপেক উদয়াদিত্যক মাৰি আমি স্বৰ্গদেওক ৰজা পাতিছিলো, এতিয়া যদি সেই বাপেকৰে পুতেক ৰজা হয়, আমাক সুদাই এৰিব নেকি ?"

ফুকন-বৰুৱা কেইবাজনেও কিন্তু স্বৰ্গদেওৰ ইচ্ছাতে হয়ভৰ দিলে । ৰজা হ'ব পৰা এটাইকেইজন কোঁৱৰৰ ভিতৰত কলীয়া গোহাঁয়েই উপযুক্ত । বৰ কুঁৱৰীয়েও নিজৰ অভিমত দি ক'লে,— "আমাৰতো ল'ৰালুৰি নায়েই, অন্ততঃ বংশটোতে সিংহাসনখন থাকক ।"

সেইদিনাই মাজৰাতি । দেৱেৰাৰ তামুলী লিগিৰা নামগিলাই গৈ তিপমীয়া ফুকনক ক'লেগৈ,—"স্বৰ্গদেওৰ অসুখ বেছি হৈছে । ৰাতিটো নাযায় নুপুৰায়··· । মই গৈ সকলো ফুকন বৰুৱাকে মাতি আহিছো । বৰ বৰুৱা দেউতাই কৈ পঠাইছে সকলো যেনে আছে তেনেই বৰ চ'ৰালৈ আহিব লাগে ।"

অলপসময়ৰ ভিতৰতে ফুকন, বৰুৱা সকলোটি আহি বৰ চ'ৰাত গোটখালে । তিপমীয়া ফুকন, গন্ধীয়া বৰুৱা, কন্দলী বেজবৰুৱা আদিৰ উপৰিও স্বৰ্গদেওৰ অসুখ বুলি শুনি চাৰিঙীয়া ফুকন আৰু টঙচু ফুকনৰ ভায়েক-পুতেকহঁতো উধাতু খাই আহিল । দেৱেৰাই উৎকণ্ঠা মিহলি মাতেৰে সুধিলে,—"ডাঙৰীয়াসকলে এতিয়া কওকচোন কি কৰা যায় ? কাক ৰজা পাতি দেশখন—"

সকলোৱে হৈ তিপমীয়া ফুকনে ক'লে,—"আবেলিয়েই আমি দেখোন কৈছোয়েই। চাৰিঙীয়া ৰজা, তিপমীয়া ৰজা, নামৰূপীয়া ৰজা আদি কেইবাজনো উপযুক্ত কোঁৱৰ আছে হয়, কিন্তু স্বৰ্গদেওৰ ইচ্ছা যেতিয়া কলীয়া গোহাঁয়েই ৰজা হয়—"

সকলো কেইজন ফুকন বৰুৱাই তিপমীয়া ফুকনৰ কথাতে সন্মতি জনালে।

"বাৰু তেন্তে—" দেবেৰা বৰবৰুৱাই ক'লে,—"ডাঙৰীয়াসকলৰ সন্মতিৰ কথা মই স্বৰ্গদেওক জনাওগৈ।" কৈ কৈ দেবেৰা বৰ চ'ৰাৰ পৰা ওলাই গ'ল ! লগে লগে সোমাই আহিল হাতত মেচিদালৈ এজাক গা ৰখীয়া। অতৰ্কিতে সিহঁতে ফুকন বৰুৱাহঁতক আক্ৰমণ কৰিলে। তেওঁলোকে বুজি পাই হেংদান উলিয়াই ল'ব পৰাৰ আগতেই, বৰ চ'ৰা তেজেৰে ৰাঙলী হৈ পৰিল। ছুজনমানৰ বাহিৰে কোনো জীয়াই নাথাকিল।

হাই-উৰুমি শুনিলেও কি হৈছে স্বৰ্গদেৱে ধৰিবপৰা নাছিল। শোৰনিকোঁঠাত উচপিচাই থকা স্বৰ্গদেওৰ ভৰিৰ কাষত আঠু লৈ দেবেৰাই কলেগৈ,—"বন্দীয়ে আপোনাৰ সকলো শত্ৰুকে নিঃশেষ কৰিলে স্বৰ্গদেও ঈশ্বৰ ! আপুনি এতিয়া নিশ্চিন্তে—"

অসহায়ভাৱে ছটফট কৰি স্বৰ্গদেৱে ক'লে,—"এইয়া তুমি কি কৰিলা বৰুৱা ? কি কৰিলা ??"

দেবেৰাই ক'লে,—"আপুনি নাজানে স্বৰ্গদেও ! আপোনাৰ বিৰুদ্ধে তেওঁলোকে বিদ্ৰোহ কৰাৰ ষড়যন্ত্ৰ কৰিছিল—"

"মিছা কথা।" স্বৰ্গদেওৰ শিতানত বহি থকা বৰ কুঁৱৰীৰ চকুহাল ছুকুৰা জুইৰ দৰে হঠাৎ জ্বলি উঠিল। খঙেৰে বৰ বৰুৱাক সুধিলে,—"কাৰ আদেশত বৰ বৰুৱাই এনে গুৰুতৰ কাম কৰিলে ? স্বৰ্গদেওৰ বিনানুমতিত এনে কাম কৰাৰ অধিকাৰ—"



"ৰাজকাৰ্য্যত আইচুদেওতাই মাত নমতাই ভাল।" দেবেৰাই গুৰুগম্ভীৰ স্বৰেৰে ক'লে,—"বৰ বৰুৱাই কিবা অপৰাধ কৰিলে স্বৰ্গদেৱে বিচাৰ কৰি শাস্তি বিহিব, বৰ কুঁৱৰীয়ে নহয়—"

"বঙহৰদেও !" বৰ কুঁৱৰীৰ মাতটো অদ্ভুত খঙত ফাটি পৰিল,—"আপোনাৰ বৰ বৰুৱাৰ কথা শুনিছে ?"

স্বৰ্গদেৱে যন্ত্ৰণাত মাত্ৰ উস্-আস্ কৰি থাকিল। এটা শব্দও নক'লে। একাষত থিয় হৈ থকা দেবেৰা বৰ বৰুৱাই শব্দহীন এক অদ্ভুত হাঁহিৰে বৰ কুঁৱৰীক যেন আঘাতৰ পাছত আঘাত কৰি থাকিল।

পিছদিনাৰপৰা দেবেৰাই বৰ চ'ৰাতে থাকিবলৈ ল'লে। বৰ কুঁৱৰীৰ শোৰনিকোঁঠাৰ লিগিৰী ৰূপহীক মৰম কৰাৰ আসৈ দি ক'লে,—"বৰ কুঁৱৰীয়ে কাৰ লগত কি কথা পাতে তই মোক কৈ থাকিবি ৰূপহী ! তোক মই—"

"নাটেশৰীজনীৰ মোৰ ওপৰত যিহে চকু দেউতা ! ভয়েই লাগে—"

"তোৰ ওপৰত চকু দিবলৈনো তই তেওঁৰ কি জগৰ লগালি ?"

"একো জগৰ লগোৱা নাই।" ৰূপহীয়ে ক'লে,—"জানেই দেখোন, দেখিবলৈ ধুনীয়া হ'লে মুনিহে তিৰোতাক ভাল পায়, কিন্তু তিৰোতাই তিৰোতাক হিংসা কৰে।" ধুনীয়া চকুহালত পৃথিৱী বিজয় কৰিব পৰাৰ হাঁহি মাৰি ৰূপহীয়ে আকৌ ক'লে,—"নাটেশৰীজনীয়ে ভাবে তাইৰ মনৰ মানুহটোৱে কিজানি মোৰ ওপৰতো চকু দিয়ে—"

"মনৰ মানুহ ?" দেবেৰাই আচৰিত হোৱাৰ ভাও জুৰি সুধিলে,—"অৰ্থাৎ স্বৰ্গদেৱে—"

"ক'ব স্বৰ্গদেৱে !" ৰূপহীয়ে ক'লে,—"আপুনিও বৰ বেঙা হৈ আছে যেন পাও। ৰামধন বৰুৱাৰ কথা কৈছো। বেমাৰী

গিৰীয়েকটো বিচনাত ছট্‌ফটাই পৰি থাকে, সিপিনে ৰামধন বৰুৱাৰ লগত তাইৰ যিহে পেৰেম—''

"হয় নেকি ?'' অজুহাত এটা পাই দেবেৰা পুলকিত হৈ উঠিল। ক'লে,—"সেই কাৰণেহে মই তোক কৈছো ৰূপহী ! স্বৰ্গদেৰৰ শত্ৰু অলেখ—কোনে কেতিয়া কি কৰে ঠিক নাই ! গতিকে ছেগ চাই তই মোক কৈ যাবিহি—'' ৰূপহীৰ লাহী কঁকালটোত দুই হাতেৰে সাবটি ধৰি দেবেৰাই ফুচফুচাই ক'লে,— "মই তোক বৰ বৰুৱানী পাতিম ৰূপহী ! তই—''

সেইদিনাৰপৰা ৰূপহী দেবেৰাৰ কোঠালৈ সদায় অহা হ'ল। ৰাতিটো আহি লগতে থাকি দোকমোকতে উঠি যায়। স্বৰ্গদেও আৰু বৰ কুঁৱৰীৰ শোৱনিকোঁঠাত ওবাপাতি শুনা সকলো কথা আহি কয়।

এদিন যাবৰ পৰত তাই ক'লে,—"চাও চাও মুখখন ভালদৰে আকৌ এবাৰ চাই যাও—''

"ঔ আই, কিয় ?'' শিয়ান দেবেৰাৰ বুকু চেৰালে। এইয়া দেখোন বিপদৰ ইঙ্গিত ? আলফুলকৈ ৰূপহীক বুকুৰ মাজত সুমুৱাই লৈ মৰম কৰি কৰি সুধিলে,—"ৰাতিটো চায়ো হেপাহ নপলাল নে ? কচোন কি হৈছে ক—''

"কৈ দিলেই কিজানি মই—''

"একো ভয় নাই ৰূপহী ! মই আছো, ক। কোনে কি কৈছে ?"

"কোন হ'ব আৰু ?" ৰূপহীয়ে ক'লে,—"স্বৰ্গদেও আৰু বৰ কুঁৱৰীয়ে।"

"কি কৈছে ?"

"টঙচু ফুকনৰ সৈতে গোপনে আলচ কৰিছে। কালিলৈ আপোনাৰ ওচৰলৈ ৰাজআজ্ঞা অনাৰ ভাও জুৰি ফুকন দুজনমান আহিব। সাৱধান !"



পিছদিনা দুপৰীয়া। চাৰিঙীয়া ফুকন আৰু তিপমীয়া ফুকন আহিল বৰ বৰুৱাৰ ওচৰলৈ। চাৰিঙীয়া ফুকনে ক'বলৈ আৰম্ভ কৰিলে,—"স্বৰ্গদেৱে কৈছে, এতিয়াই—"

"কি কৈছে মই জানো ফুকন !" কৈ কৈ দেবেৰাই ঘপ কৰে খাপৰপৰা হেংদান খুলি ল'লে আৰু আগে আগে অহা চাৰিঙীয়া ফুকনৰ মূৰ কাটি মাটিত পেলালে। তিপমীয়া ফুকন জাপ মাৰি আঁতৰি যাব খুজিছিল দেবেৰাৰ বৰ তামুলী নামগিলাই হাতত থকা যাঠিপাত মাৰি পঠালে। তিপমীয়া ফুকন হামখুৰি খাই মাটিত পৰিল। যাঠিয়ে বুকুৰে-পিঠিয়ে শালি পেলালে।

ৰুদ্ৰমূৰ্তি ধৰি দেবেৰাই নামগিলাক আদেশ দিলে,—"এফালৰ পৰা যাকে য'তে পাৱ ঘৈয়াই যা। মোৰ বিৰোধী কাকো নথ'বি—"

সন্ধিয়া লগৰীয়াহঁতৰ সৈতে আলচ কৰি দেবেৰাই ক'লে,— "সৰু গোহাঁইৰ ইমান সাহ ? ময়েই তাক ৰজা পাতিলো, এতিয়া মোকেই সি মাৰিবলৈ মানুহ লগায় ? তাক ইমানতে—"

সেইদিনাই মাজ ৰাতি। উধাতুখাই ৰূপহীয়ে ক'লেহি,— "খৰমুজ বেজে ঔষধ বুলি স্বৰ্গদেওক বিহ খুৱালে।"

"সঁচা ?" দেবেৰাৰ চকুৰে-মুখে কৃত্ৰিম উৎকণ্ঠা ফুটি উঠিল।

"ও।" ৰূপহীয়ে ক'লে,—"বৰ কুঁৱৰীৰ আগত সি সৈ কাঢ়িছে শাওণা তামুলীয়ে বোলে আপোনাৰ কথামতেহে—''

হঠাৎ হো-হোকৈ দেবেৰাই হাঁহি দিলে। হাঁহিৰ ধৰণ দেখি ভয় খাই যেন ৰূপহী আঁতৰি গ'ল। দেবেৰাই নামগিলাক মাতি ক'লে,—

"কুঁৱৰীটোললৈ গৈ সকলোকে আদেশ শুনাই আহ, ৰজাৰ অবিহনে সকলো কুঁৱৰী এতিয়া দেবেৰা বৰ বৰুৱাৰ। কোনোবাই যদি মোৰ শোৱনিকোঁঠালৈ আহিবলৈ অমান্তি হয়—''

"বৰ কুঁৱৰীয়ে জানো—"

"বৰ কুঁৱৰীক নালাগে নামগিলা ! সোণগুইজনীক মোৰ বৰ ঘৰৰ ভিতৰ সুমাই লাভ নাই। তাইক জীয়াই জীয়াই ৰজাৰ লগতে মৈদাম দিয়াৰ ব্যৱস্থা কৰ।"

"জয়ধ্বজ সিংহৰ সেই ক'লী ফেঁচীজনীয়ে কয়—"

"কি কয় অ। তাইকো চৰাইদেওলৈ লৈ যা।"

নামগিলা ওলাই যাব খুজিছিল, দেবেৰাই মাতি ক'লে,— "আৰু শুন। মৈদামত বৰ কুঁৱৰী আৰু স্বৰ্গদেওৰ আলপৈচান ধৰিবৰ বাবে লিগিৰী এজনী দিব লাগিব--"

"দিয়া হ'ব। কুঁৱৰী টোলত লিগিৰীৰ কিবা আকাল লাগিছেনে? যি কোনো এজনীক—"

"যি কোনো এজনী নহয় নামগিলা ! লিগিৰী মই ঠিক কৰি থৈছো, তই মাত্ৰ—"

লিগিৰীৰ নামটো শুনিবৰ বাবে ব্যগ্ৰ হৈ ৰ'ল নামগিলা। দেবেৰাই ক'লে,—"ৰূপহী।"

"ৰূপহী ??" নামগিলাৰ চকুৰে-মুখে বিস্ময়ৰ চিন লক্ষ্য কৰি দেবেৰাই হাঁহি হাঁহি ক'লে,—

"তাই ৰজাঘৰৰ ভিতৰুৱা কথা আহি মোক কৈছিল নামগিলা ! মোৰ ভিতৰুৱা কথাও যে আনক গৈ নক'ব বিশ্বাস কি ?" নতুন কথা মনত পৰাৰ দৰে ক'লে দেবেৰাই,—"গড়গাওঁ চহৰত ঢোল পিটি শুনাই দে, উপযুক্ত কোঁৱৰ পোৱা নাযায় মানে দেবেৰা বৰ বৰুৱাই—"

"কিন্তু—"

"কিহৰ কিন্তু ? গড়গাওঁ চহৰত তিনিজন গোহাঁইৰ এজনো নাই। গতিকে ময়েই এতিয়া—"



"মই অন্য এটা কথাহে ক'ব খুজিছো—" নামগিলাই ক'লে,— "মানুহে কোৱাকুই কৰিছে নাম গোত্ৰহীন দেবেৰা বৰ বৰুৱাই—"

"কোনে কৈছে ?" পকা আওঁঠাৰ দৰে দেবেৰা ডগমগাই জ্বলি উঠিল। "কাৰ ইমান—"

ভয় খাই নামগিলাই লৰালৰিকৈ ক'লে,—"এইবিলাক কাণবাগৰি অহা কথাহে দেউতা ! মই—"

"সিহঁতক কৈ দে, দেবেৰা বৰ বৰুৱা চুকাফাৰ লগত অহা সাত-ঘৰীয়া আহোমৰ বংশধৰ। স্বৰ্গদেও ত্যাওখামটিৰ নাতি—"

"কিন্তু বুৰঞ্জীত যে—"

"বুৰঞ্জীত মিছা কথা লিখা আছে নামগিলা ! দেওধাই বাইলুঙৰ ঘৰে ঘৰে থকা এই মিছা কথাৰ ভঁৰাল বুৰঞ্জীবিলাক গোটাই আনি চোমদেওৰ সৈতে মই দিখৌ নৈত উটাই দিম। য'ত মোৰ বংশ-মৰ্য্যাদাৰ কথা নাই সি বুৰঞ্জী নহয়। যি দেৱতাই মোৰ ঘৰখনক নাম গোত্ৰহীন কৰি সৃষ্টি কৰিছে সি দেৱতা নহয়—"

নামগিলাই থেৰো গেৰো কৰি ক'লে,—"শৰাইঘাটত থকা ৰাজ্যৰ ধৰণী বুঢ়া গোহাঁই, বৰফুকন সকলৰ অমতত এনে কাম কৰিলে—"

"তই ভাল কথা মনত পেলালি নামগিলা !" দেবেৰাই ক'লে, —"আতন বুঢ়া গোহাঁই এতিয়াও জীয়াই আছে। জীয়াই আছে ডালশলীয়া লালুকসোলা বৰফুকন। আৰু আছে ফুকন-ৰাজ-খোৱাহঁত। সিংহাসনৰ দাবী কৰিবপৰা কোঁৱৰবিলাক, লগতে সিহঁতকো যদি শেষ কৰি লোৱা নাযায়—"

তাৰ পিছতেই আৰম্ভ হ'ল কোঁৱৰ বধ ভাওনা। তিপাম ৰজা নাৰায়ণ গোহাঁইৰপৰা আৰম্ভ কৰি ভগা ৰজা উদয়াদিত্যৰ চৈধ্যটা ল'ৰা একেদিনাই শেষ হ'ল। ৰতনপুৰীয়া, নামগিলা আৰু দক্ষিণপটীয়া চিকাৰী ৰাং কুকুৰৰ দৰে গড়গাওঁ চহৰৰ চুকে কোণে পিয়াপি দি ফুৰিলে।

তাৰ পিছত--

বাৰ দিনৰ বাবে তুংখুঙীয়া ৰজা ৰজা হ'ল। তেওঁক ভাঙি চামগুৰীয়া চুহুং ৰজাক দেবেৰাই ৰজা পাতিলে। ৺জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ তামুলী কুঁৱৰী পাখৰী হ'ল এতিয়া বৰ কুঁৱৰী। মৰঙী বৰুৱাৰ জীয়েক নামত মাথোন কুঁৱৰী হৈ থাকিল। অহল্যা গাভৰুও। তেওঁলোকে দেবেৰাৰ একোটা চকুৰ ঠাঁৱত উঠা বহা কৰিবলৈ ধৰিলে। বৰ কুঁৱৰী পতাৰ লোভ দেখুৱালত অহল্যা গাভৰু ৰূপহীৰ দৰে দেবেৰাৰ জালত বন্দী হ'ল।

এদিন অহল্যাই আহি ক'লে,—"পাখৰী পটেশ্বৰীক বৰ কুঁৱৰী পাতিছিল নহয়, এতিয়াও শুনক কি কৈছে—"

"কি কৈছে ?" দেবেৰাই আকৌ এবাৰ ষড়যন্ত্ৰৰ গোন্ধ পালে

অহল্যাই ক'লে,—

"আজি কালি কোনেও ৰুবুজাকৈ আহোম ভাষাতহে কথা কয়—"

"আহোম ভাষাত ??"

"ও। নাওবৈচা ফুকন, ভাণ্ডাৰী বৰুৱা, লাইটাই দেওধাইৰ লগত লগ হৈছে। স্বৰ্গদেওৰ কাণত পেলাইছে, আঁঠুৱাৰ তলৰ ম'হ দেবেৰা বৰ বৰুৱাক—"

"সকলোৱে দেখিছো দেবেৰাৰ ধ্বংসকেই কামনা কৰে অহল্যা ! কিন্তু সি অজৰ অমৰ। ৰক্তবীজৰ বংশধৰ দেবেৰাৰ গাৰ প্ৰতি টোপা তেজৰপৰা হেজাৰ হেজাৰ দেবেৰাৰ জন্ম হ'ব। সিহঁতে নাজানে—"

"কিন্তু পাখৰীক—" অধৈৰ্য্য হৈ অহল্যাই সুধিলে—

"ওঁ পাখৰী। পাখৰীৰ ইমান সাহস ? ৺জয়ধ্বজ সিংহৰ তামুলী লিগিৰী আছিল তাই, মই পাতিলো ৰজাৰ বৰ কুঁৱৰী, এতিয়া মোৰ বিৰুদ্ধেই—"



নামগিলাক মাতি দেবেৰাই ক'লে,—"পাখৰীক ভগনীয়া ৰজাৰ মৈদামত ভৰি পথানৰ ফালে পুতি থৈ আহ—"

পিছদিনা পুৱা, গড়গাওঁ চহৰৰ মানুহে আকৌ এবাৰ শুনিলে—চুহুং ৰজা ভাগিল। ৰজা হ'ল তুঙখুঙীয়া গোবৰ।

দেবেৰাই তাৰ সহচৰকেইটাৰ সৈতে আলচ কৰিলে—এইবাৰ শৰাইঘাটত থকা ফুকন-বৰুৱাজাকক ছুটা এটাকৈ অনা যাওক। প্ৰথমে ফুকন আৰু ৰাজখোৱা কেইজনমান। শলগুৰীয়া ৰাজখোৱা, চণ্ডা ৰাজখোৱা, ঘোৰা কোঁৱৰ ফুকনক লাও ডেকাই গৈ ক'লেগৈ,--- "স্বৰ্গদেৱে আপোনালোকক গড়গাৱঁলৈ যোৱাৰহে আজ্ঞা দিছে---সকলো সুযোগ্য বিষয়া শৰাইঘাটত থাকোতে গড়গাওঁ চহৰ সিপিনে তল যায় যায়---"

গড়গাওঁ আহি পোৱাৰ লগে লগেই বিষয়াকেইজনক শেষ কৰা হ'ল।

"এইবাৰ আমাৰ শেষ খেল।" দেবেৰাই ক'লে,—"যদি খেলত জিকো ৰাজ্যখন থাকিব আমাৰ হাতত---নহ'লে---"

ছদিনমানৰ পিছত বুঢ়া গোহাঁই আৰু বৰফুকনক আনিবলৈ বেটমেলা আৰু লাও ডেকা গ'ল শৰাইঘাটলৈ। পিছদিনাই বুঢ়া গোহাঁইৰ পুতেকো গুৱাহাটী পালেগৈ। বাপেকক ভিতৰুৱাকৈ ক'লে,---তোমালোক উজনিলৈ যোৱা মানে কটা যোৱাহে দেৱতা ! অসমৰ সিংহাসনত এতিয়া নামতহে ৰজা আছে। খৰাগোমৰ পুতেকহে আচলতে ৰজা।"

মোগলক ভেটিবলৈ খাপ দি থকা শৰাইঘটীয়া বীৰসকলৰ চকু এইবাৰ বাহিৰৰপৰা দেশৰ ভিতৰলৈ আহিল। সকলোৱে মিলি বুঢ়া গোহাঁইক ক'লে,---"অসমৰ সিংহাসন ডাঙৰীয়াৰ দৰে উপযুক্ত---"

"নহয় নহয় বন্ধুসকল!" বুঢ়া গোহাঁয়ে ক'লে,—"আপোনালোকে ভুল কৰিছে। মই মন্ত্ৰীহে, ৰজা নহয়। যি যিমানৰ মানুহ সি সিমানতেইহে থাকিব লাগে। তাতকৈ ওপৰলৈ হাত মেলাতো তাৰবাবে মৃত্যু তুল্য। দেবেৰাৰ দৰে উইচিৰিঙাৰ পাখি গজে মৰিবলৈহে, উৰিবলৈ নহয়।"

দুদিনমানৰ পিছতেই শৰাইঘাটৰপৰা সৈন্যসামন্তৰে বুঢ়া গোহাঁই গড়গাওঁলৈ উজাই আহিল। ভয় খাই দেবেৰাই কৈ পঠালে,—"সোণৰ সঁফুৰা অসমৰ দুৱাৰদলিত শত্ৰু থাকোতে ডাঙৰীয়াসকল গুৱাহাটী এৰি আহে কিয়?"

বুঢ়া গোহাঁয়ে উত্তৰ দিলে,—"সফুৰাৰ ভিতৰত গোমসাপে বাঁহ লৈছে। বাহিৰটো ৰখি থাকি লাভ কি।"

"নামগিলা!" দেবেৰাই যেন শেষবাৰৰ কাৰণে টেটুফালি চিঞৰি উঠিল—"আমাৰ সৈন্য সাজু কৰ। শেষ চেষ্টা কৰি চোৱা যাওক দক্ষিণপটীয়া খৰাগোমৰ পুতেকৰ ভাগ্য—"

কিন্তু যিমানেই শৰাইঘটীয়া সৈন্যদল কাষ চাপি আহিল দেবেৰাৰ দলৰপৰা এটা এটাকৈ বন্ধুৱে লগ এৰা দিলে। চপৰা চপৰে দিখৌ নৈৰ যেন গড়া খহিবলৈ আৰম্ভ কৰিলে

অৱশেষত শাকবাৰী নাওঁশালত দেবেৰাক বন্দী কৰা হ'ল। লালুকসোলা বৰফুকনে সুধিলে—"দেবেৰা। তই হাজৰিকাহে আছিলি, বৰ বৰুৱা হ'লি কেনেকৈ? ৰজা ভাঙিবলৈ তই কোন?"

দেবেৰাই ক'লে,—"মই দশমৰ পদ আধাহে কৰিছো, বাকী আধা তোমালৈ থৈছো কৰিবা।"



"চুপ থাক—" লালুকসোলা বাঘৰ দৰে গুজৰি উঠিল। দেবেৰাৰ সৰুঘৈণীয়েকক মাতি ক'লে,—"ইয়াৰ মুখত সৰুপানী ছো—"

"দেবেৰাৰ সেই ভৱিষ্যৎবাণী ফলিয়াব যেন পাইছো আইদেও!" মাধৱচৰণ কটকীয়ে কলে,—"দেবেৰাই দশমৰ পদ আধাহে কৰিছিল বাকী আধা এতিয়া লালুকসোলাই—"

কৈ কৈ মাধৱচৰণ কটকী আধাকোৱাকৈয়ে ৰৈ গ'ল। লালুকসোলা বৰফুকন ৰহমতবানুৰ মোমায়েক।

"ভয় নাই কটকীদেও—" ৰহমতবানু বেগমে ক'লে,—"কি হৈছে কওকচোন।"

"ভিতৰি ভিতৰি মোগলক বোলে টিপ দিছে—ৰাজমুকুটটো দিলে গুৱাহাটীখন বিনা যুদ্ধে এৰি দিব। চাওকচোন আইদেও। অসমীয়াৰ মৰমৰ গুৱাহাটীখন ভায়েক লাচিত বৰফুকনে কোনোমতে—"

"অসম্ভৱ!" ৰহমতবানুয়ে ভয় খোৱাৰ দৰে উচ্চাৰণ কৰিলে আৰু ক'লে,—"মোমায়ে এনে কাম কেতিয়াও কৰিব নোৱাৰে কটকীদেও। মই সকলো কথা বুজাই গোপনে চিঠি দিম, আপুনি যাওতে লৈ যাব—"

"আপুনি?" মাধৱচৰণ কটকী যেন আচৰিত হ'ল।

"ও, মই কটকীদেও। মই জানো মোমাই তামুলী বৰ বৰুৱাৰ নাতিনী নহয়? লাচিত বৰফুকনৰ ভাগিন নহয়? অসমৰ মানুহে আজি মোক অসমীয়া বুলি নক'লেও অসম দেশ জানো মোৰো জন্মভূমি নহয়? মোগলক গুৱাহাটী এৰি দিবলৈ লালুকসোলা কোন? অসমত ৰজা আছে, বাইজ আছে। বিদেশীৰ ওচৰত আঠুলৈ গুৱাহাটীখন বেচিবলৈ তেওঁৰ অধিকাৰ আছে? ৰহমতবানু অস্থিৰ হৈ উঠিল। অলপ সময়ৰ পিছত শান্ত হৈ ক'লে,—

"এতিয়া বাৰু বিশ্ৰাম কৰকগৈ কটকীদেও। কিবা অসুবিধা হ'লে মোক ক'ব।"

কটকী দুজন যোৱাৰ পিছত ৰহমতবানুয়ে পেৰা কাকত এখনত লেখিলে—"মোমাইদেও! এনে গৰ্হিত কাম তুমি কেতিয়াও নকৰিবা। পৰিণাম ভয়ঙ্কৰ হ'ব। সকলো কথা কটকীৰ আগত মই কৈছো। মইনাকো লগতে পঠাইছো। মইনা গৈ নাপায় মানে এনে অশোভনীয় কাম কৰাৰ কথা নাভাবিবা—'মুঞ্জিনা নজদে ছুমা নৰছদ, য়ি নাছায়িস্তা হৰগিজ নখাইদ কদ'—'

তোমাৰ কস্মিনকালেও মনত নপৰা
ভাগিন—
ৰমণী"

কিন্তু বিনাশৰ সময়ত কোনে কথা শুনে? ১৬০০ শকৰ ফাগুনৰ ১৫ দিন যাওতে লালুকসোলাই গুৱাহাটী এৰিলে। ৰঙামাটিৰ ফৌজদাৰ মনছুৰখাঁই বিনা যুদ্ধে গুৱাহাটী অধিকাৰ কৰিলে। আজমতৰাই দিব খোজা চাৰিলাখ টকা নলৈ লালুক-সোলাই ক'লে,—"তাৰ বিনিময়ত সোনকালে মোক অসমৰ ৰজা পাতা।"

যি কাম ৰজা ৰামসিংহই ইমান কষ্টেৰে যুঁজিও কৰিবপৰা নাছিল, তাক ইমান সহজে আজমতৰাই কৰিব পৰাত পাটছাহ ঔৰঙ্গজীৱ ভীষণ খুছী হ'ল। এই আনন্দৰ খবৰ লৈ যোৱা দূতক এহেজাৰ টকা বঁটা দিলে। পুতেক আজমতৰালৈ পঠালে দুইলাখ টকা মূল্যৰ চাৰি কুৰি এঘাৰটা বাখৰ পতোৱা এধাৰি কণ্ঠহাৰ আৰু পাগুৰীত মৰা পচিশ হাজাৰ টকা মূল্যৰ এটা তোড়া।



ছাহজাদা আজমতৰাই অদ্ভুত আনন্দত আপোনপাহৰা হৈ ৰহমতবানু বেগমক সাবটি ধৰি ক'লে,—"চোৱাছোন চোৱা—বাবাজানে মোলৈ কি পঠাইছে—"

"আঃ এৰি দিয়া—এৰি দিয়া—" ৰহমতবানুয়ে বিৰক্তিৰে চিঞৰি উঠিল। হাতহাল জোৰ কৰি এৰুৱাই আজমতৰাৰ কাষৰপৰা আঁতৰি আহি ক'লে,—"মোৰ গাটো সমূলি ভাল লগা নাই—সমূলি—"

তাৰ পিছত। ল'ৰা ৰজাক নামত ৰজা পাতি ৰজাৰ মুকুট পিন্ধি লালুক বুঢ়াফুকন বুঢ়া ৰজা হ'ল। আঁতন বুঢ়া গোহাঁইক কলীয়াবৰত ডিঙি চেপি মাৰি চাৰিও ফৈদৰ ৰাজকোঁৱৰৰ অঙ্গ ক্ষত আৰম্ভ কৰিলে। তুঙখুঙীয়া কোঁৱৰ গদাপাণিক বিচাৰি নাপাই জয়মতী কুঁৱৰীক জেৰেঙা পথাৰত শাস্তি দি মাৰিলে।

মাধৱ চৰণ কটকী আকৌ এবাৰ ঢাকা পালেগৈ। দেখাৰ লগে লগে ৰহমতবানুৱে চিঞৰি উঠিল,—"মোমায়ে এইয়া কি কৰিলে কটকীদেও! কি কৰিলে? মোমাই তামুলী বৰ বৰুৱাৰ বংশৰ এই অধঃপতন মই কেনেকৈ সহ্য কৰো?"

"এইয়া অসমীয়া জাতিৰ কপালৰ দোষ আইদেও।" মাধৱ চৰণ কটকীয়ে ক'লে,—"সময়ৰ সোঁতে সোঁতে উটি যোৱাৰ বাহিৰে আমাৰ আৰু উপায় আছে কি?"

"মিছা কথা।" ৰহমতবানুৱে যেন চিঞৰি উঠিল। "ভাগ্যক ধিয়াই সোঁতে সোঁতে উটি যোৱা বীৰৰ ধৰ্ম নহয় কটকীদেও, কাপুৰুষৰ ধৰ্ম। অসমত এনে কোনো বীৰ নাইনে যি ইয়াৰ প্ৰতিকাৰ কৰে?—"

মাধৱ চৰণ কটকী মনে মনে থাকিল। বহুত সময়। শেষত ক'লে,—"অসমৰপৰা আমি তোমালোকলৈ উপহাৰ—"

"উপহাৰৰ প্ৰয়োজন নাই কটকীদেও! আপোনালোকে যদি বাতৰি মোলৈ অসমৰপৰা লৈ আহিল সিয়ে যথেষ্ট—"

ওৰণাখনেৰে মুখ ঢাকি ধৰিলে ৰহমতবান্থুৰে। তেওঁ যেন লাজ আৰু দুখত মূৰ তুলি চাব খোজা নাই। কলৈকো কালৈকো।

মাধৱ চৰণ কটকীয়ে হঠাৎ এবাৰ ক'লে,—"আইদেও এবাৰ অসমলৈ—"

হিলৈৰ শব্দ শুনি চক্ খাই যোৱাৰ দৰে মূৰ তুলি চালে ৰহমতবান্থুৰে। ক'লে,—"অসমলৈ? অসমলৈ আৰু মই কি চাবলৈ যাম কটকীদেও? কি কৰিবলৈ? স্বৰ্গদেউ জয়ধ্বজ সিংহই নিজৰ জীয়েকক এদিন মোগলক দান দিছিল, ৰাজ্যখন ৰক্ষা পৰক বুলি, দেশখন স্বাধীন হৈ থাকক বুলি। কিন্তু আজি—"

হঠাৎ উচুপি উঠিল ৰহমতবান্থুৰে! থোকাথুকি মাতেৰে ক'লে,—"অসমলৈ নহয় কটকীদেও। ৰাজপুতনালৈ যোৱাৰ আদেশ দিছে আমাক পাটছাহে। এই জন্মত জন্মভূমিলৈ উভতি যোৱা মোৰ আৰু হৈ নুঠিল। অসমৰ মানুহক ক'ব—য'তেই নাথাকো, মোৰ আত্মাটো কিন্তু আছে অসমতে।"

"খোদা হাফেজ!"